# বৰেণ্য সাহিত্যিক

# দণ্ডিনাথ কলিতা



অসম সাহিত্য সভা

বৰেণ্য সাহিত্যিক

# দণ্ডিনাথ কলিতা





শ্ৰীমুনীন্দ্ৰনাথ শৰ্মা




অসম সাহিত্য সভা

BARENYA SAHITYIK DANDINATH KALITA :—A Life Sketch of Dandinath Kalita, written by Sri Munindra Nath Sarma, and Published by Sri Satish Chandra Choudhuary, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhawan, Jorhat-785001, Assam, First edition—1990
Rs. 10·00 only.

বৰেণ্য সাহিত্যিক দণ্ডিনাথ কলিতা
প্ৰণেতা :
শ্ৰীমুনীন্দ্ৰ নাথ শৰ্মা

গ্ৰন্থ স্বত্ব : অসম সাহিত্য সভা



প্ৰকাশক :
শ্ৰীসতীশ চন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—৭৮৫০০১

প্ৰথম প্ৰকাশ : ১১ নবেম্বৰ, ১৯৯০

প্ৰচ্ছদ
শ্ৰীঅবিনাশ শৰ্মা

মূল্য : দহ টকা মাত্ৰ

মুদ্ৰক :
অসমী প্ৰিণ্টাৰ্চ
গুৱাহাটী—২১

## প্ৰধান সম্পাদকৰ এষাৰ

বিংশ শতাব্দীৰ অসমীয়া সাহিত্যত মূলত ব্যংগ কবি-সাহিত্যক হিচাপে খ্যাত দণ্ডিনাথ কলিতাৰ নাম অন্যতম। আধুনিক অসমীয়া সাহিত্যৰ নৱ প্ৰভাতত 'জোনাকী' যুগৰ ত্ৰিমূৰ্তিকে ধৰি অন্যান্য মনীষী-সকলে প্ৰশস্ত কৰা সেন্দুৰীয়া আলিৰে দণ্ডিনাথ কলিতাদেৱেও খোজ দি জাতীয় সাহিত্যত এখন স্থায়ী আসন অলংকৃত কৰিছে। তেওঁৰ স্বদেশ প্ৰেম, জাতীয়তাবোধ, সেই সময়ৰ স্বাধীনতা ৰণৰ প্ৰতি অকুণ্ঠ আত্মত্যাগৰ চানেকি তেওঁৰ ৰচনাত সুস্পষ্টভাৱে পৰিস্ফুটিত হৈছে। আনহাতে সমাজৰ সকলো প্ৰকাৰৰ কদাচাৰ, স্বাৰ্থান্ধতা, জাতিভেদৰ পংকিলতা আদিকো তেওঁ কলমৰ আগেৰে তীব্ৰভাৱে ব্যংগ কৰিছে। এনে ধৰণৰ আদৰ্শবান পুৰুষ এগৰাকীৰ জন্ম হোৱাতো অসমীয়া জাতি, অসমৰ সাংস্কৃতিক জগতৰ বাবে বাস্তৱিকতেই গৌৰৱৰ বিষয় বুলি আমি ভাবো। আজি জন্ম-শতবাৰ্ষিকী লগ্নত আমি তেওঁলৈ গভীৰ শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছোঁ।

অসম সাহিত্য সভাই পৰম্পৰাগতভাৱে অসমৰ প্ৰথিতযশা সাহিত্যিক তথা জাতীয় জীৱনত উল্লেখনীয় বৰঙণি আগবঢ়োৱা মনীষীসকলৰ জন্ম-শতবাৰ্ষিকী উৎসৱ উদ্‌যাপন কৰি আহিছে। সভাৰ ১৯৯০-৯১ বৰ্ষৰ কেন্দ্ৰীয় কাৰ্যালয় চন্দ্ৰকান্ত সন্দিকৈ ভৱনত অনুষ্ঠিত হোৱা কাৰ্যনিৰ্বাহক সমিতিৰ প্ৰথম পূৰ্ণাংগ অধিবেশনত দণ্ডিনাথ কলিতাদেৱৰ জন্ম শতবাৰ্ষিকী উৎসৱ উদ্‌যাপনৰ সিদ্ধান্ত কৰা হয়। শ্ৰদ্ধেয় কলিতাদেৱৰ জন্মস্থান তেজপুৰৰ কেতেকীবাৰীত। সেয়েহে তেজপুৰ সাহিত্য সভাৰ হকে সম্পাদক শ্ৰীপুৰ্ণেশ্বৰ নাথৰ আমন্ত্ৰণমূলক পত্ৰ অনুসৰি এই অনুষ্ঠান কেন্দ্ৰীয়ভাৱে তেজপুৰত অনুষ্ঠিত কৰাৰ সিদ্ধান্ত কৰা হয়। ইতিমধ্য সভাই তেজপুৰ সাহিত্য সভাৰ উদ্যোগত যোৱা ৩০ জুন তাৰিখে কেতেকীবাৰীত শতবাৰ্ষিকী উৎসৱৰ আৰম্ভণী অনুষ্ঠান বৰ্ণাঢ্য কাৰ্যসূচীৰে সম্পন্ন কৰে।

সভাই ১২ আৰু ১৩ নবেম্বৰ তাৰিখে আয়োজন কৰা দণ্ডিনাথ কলিতাদেৱৰ জন্ম-শতবাৰ্ষিকী উৎসৱৰ লগতে তেখেতৰ জীৱনী গ্ৰন্থ এখনৰ প্ৰকাশৰ ব্যৱস্থাও কৰে সভাৰ অনুৰোধ ৰক্ষা কৰি বিশিষ্ট সাহিত্যিক শ্ৰীমুনীন্দ্ৰ নাথ শৰ্মাই নিচেই কম সময়ৰ ভিতৰতেই শিশু তথা কিশোৰ ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ "বৰেণ্য সাহিত্যিক দণ্ডিনাথ কলিতা" গ্ৰন্থখন লিখি উলিয়াই সভাৰ এই সদিচ্ছাক পূৰ্ণৰূপ দিয়ে। সেয়েহে শ্ৰদ্ধেয় শৰ্মাদেৱলৈ এই সুযোগতে আন্তৰিক কৃতজ্ঞতা নিবেদিলোঁ। গ্ৰন্থখন পুনৰীক্ষণ কৰি দিয়া বাবে সভাৰ প্ৰাক্তন সভাপতি শ্ৰদ্ধেয় শ্ৰীযুত মহিম বৰাদেৱলৈ শ্ৰদ্ধা জনালোঁ। গ্ৰন্থখনৰ প্ৰচ্ছদটি অতি সুন্দৰকৈ আঁকি দিয়াৰ বাবে শ্ৰীঅৱিনাশ শৰ্মালৈ ধন্যবাদ জ্ঞাপন কৰিলোঁ। গুৱাহাটীৰ অসমী প্ৰিণ্টাৰ্চৰ স্বত্বাধিকাৰী উদীয়মান যুৱক শ্ৰীজয়ন্ত তালুকদাৰৰ লগতে কৰ্মচাৰীবৃন্দৰ অক্লান্ত প্ৰচেষ্টা অবিহনে গ্ৰন্থখনে ইমান কম সময়ৰ ভিতৰতে প্ৰকাশৰ মুখ নেদেখিলেহেঁতেন। শ্ৰীতালুকদাৰ তথা কৰ্মচাৰীবৃন্দলৈও আমাৰ ধন্যবাদ জনালোঁ।

"চিৰ চেনেহী মোৰ ভাষা জননী"

১১ নবেম্বৰ, ১৯৯০
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট—১

শ্ৰীসতীশচন্দ্ৰ চৌধুৰী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

# আগকথা

অসম সাহিত্য সভাই ১৯৯০ চনৰ বছৰটো 'দণ্ডিনাথ কলিতা শতবাৰ্ষিকী' বৰ্ষ হিচাপে উদ্‌যাপন কৰিবলৈ লৈছে। এই উপলক্ষে কলিতাদেৱৰ জীৱন-চৰিত এখন যুগুতাই দিয়াৰ ভাৰ এই অভাজনৰ ওপৰত ন্যস্ত কৰিছে। সাহিত্য সভাৰ অনুৰোধ সাপেক্ষে 'বৰেণ্য সাহিত্যিক দণ্ডিনাথ কলিতা'ক সুধীসমাজৰ হাতত অৰ্পণ কৰা হ'ল।

সাৰ্থক জীৱনী লিখা কামটো অকল কঠিনেই নহয়, সময় সাপেক্ষ কথাও। তাগিদাত পৰি মাত্ৰ ডেৰমাহৰ ভিতৰতে পুথিখন সমাপ্ত কৰা হৈছে। নতুন সংস্কৰণৰ অভাৱত কলিতাদেৱৰ কেবাখনো পুথি দুৰ্লভ হৈ পৰিছে। তদুপৰি তেওঁৰ জীৱনৰ ওপৰত বহল আৰু উল্লেখযোগ্য আলোচনাও দেখা নাযায়। 'বৰেণ্য সাহিত্যিক দণ্ডিনাথ কলিতা'ৰ তথ্যবোৰ সংগ্ৰহত এই লিখকে কিমান কষ্ট আৰু তাঁত-বাটি কাঢ়িব লগীয়া হৈছে, তাক নেদেখাজনেহে ক'ব পাৰে। এইক্ষেত্ৰত বিশেষকৈ তেজপুৰত থকা স্বৰ্গীয় কলিতাদেৱৰ সুযোগ্য পুত্ৰসকলে বহু প্ৰকাৰে সহায় কৰিছে। তেখেতসকলৰ প্ৰতি কৃতজ্ঞতা জনাইছোঁ। কলিতাদেৱৰ সাহিত্যিক বৰঙণিৰ ক্ষেত্ৰত কেবাগৰাকী প্ৰথিতযশা সাহিত্যিকৰ লিখনীৰ সহায় লোৱা হৈছে। এই ঋণ অনস্বীকাৰ্য। এইখিনিতে উল্লেখযোগ্য যে, তেজপুৰ 'দীপ্তি প্ৰকাশে' প্ৰকাশ কৰা 'দণ্ডিনাথ কলিতাৰ সংক্ষিপ্ত জীৱনী'খন সততে হাতপুথি হিচাপে ব্যৱহাৰ কৰা হৈছে। তেজপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শতবাৰ্ষিকী হিচাপে উলিওৱা 'স্মৃতিগ্ৰন্থ'খনেও কলিতাদেৱৰ শৈক্ষিক জীৱন লিখোঁতে বহুপৰিমাণে সহায়

কৰিছে। উক্ত দুয়োটা অনুষ্ঠানৰ ওচৰত কৃতজ্ঞতা জনাইছোঁ। অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক শ্ৰীসতীশ চন্দ্ৰ চৌধুৰীদেৱেও পাৰ্যমাণে সহায় আগবঢ়াইছে। তেখেতকো শলাগ যাচিছোঁ।

জীৱনীখন নিৰ্ধাৰিত পৃষ্ঠাৰ ভিতৰত সামৰিব লগা হোৱাত দুটামান প্ৰয়োজনীয় পৰিচ্ছেদ দিব পৰা নহ'ল। তদুপৰি লিখাখিনিতো ক্ৰটী বিচ্যুতি ৰৈ যোৱাৰ সম্ভাৱনা। তাৰবাবে পাঠকসকলৰ ওচৰত মাৰ্জনা বিচৰা হ'ল। তথাপি এই ক্ষুদ্ৰ পুথিখনে যদি উঠি অহা যুৱক-যুৱতী চামক সামান্য ৰকমেও প্ৰেৰণা যোগাব পাৰে, তেনেহলে পৰিশ্ৰম সাৰ্থক হ'ব।

পাঠশালা — মুনীন্দ্ৰনাথ শৰ্মা
১৬ চেপ্তেম্বৰ, ১৯৯০

# সূচীপত্ৰ

পৃষ্ঠা

## দণ্ডিনাথ কলিতা প্ৰণীত গ্ৰন্থসমূহ

উপন্যাস : সাধনা, ফুল, আৱিষ্কাৰ, অদৃষ্ট, পৰিচয়, হত্যাকাৰী কোন, গণবিপ্লৱ

নাটক : বীৰ চিলাৰায়, অগ্নি পৰীক্ষা, পৰিচয়, মুক্তিৰ অভিযান, সতীৰ তেজ, নগৰৰ বিহুতলী, পোহনীয়া কুকুৰ, কীচক বধ

গদ্যহীন কবিতা : দীপ্তি, বীণাৰ ঝংকাৰ

ব্যংগ কবিতা : বগৰ, ৰহঘৰা, বহুৰূপী

কাব্য : অসম সন্ধ্যা

গল্প সংকলন : সাতসৰি

ব্যংগ কাহিনী : আত্মানন্দৰ আত্মকাহিনী

সংস্কৃত নাটকৰ সাধু : মৃচ্ছকটিকা, বিক্ৰমোৰ্বশী, মালৱিকাগ্নিমিত্ৰ, উত্তৰ ৰামচৰিত, মালতী মাধৱ, মুদ্ৰাৰাক্ষস, শকুন্তলা, মহাবীৰ চৰিত, স্বপ্ন-বাসৱদত্তা, ৰত্নাৱলী, প্ৰিয়দৰ্শিকা, নাগানন্দ

শিশু সাহিত্য : সতী কাহিনী, শিশু ৰামায়ণ

জীৱনী : গোঁহাঞিবৰুৱা, কৰ্মবীৰ চন্দ্ৰনাথ, হিৰণ্যৰঞ্জন

পাঠ্যপুথি : প্ৰদীপ, সাহিত্য-মুক্তাৱলী, সংস্কৃত ব্যাকৰণ দৰ্শ এংলো-সংস্কৃত ৱৰ্ড বুক

# পটভূমি

প্ৰাচীন মহাকাব্য আৰু পুৰাণবোৰত বৰ্ণিত প্ৰতিশ্ৰুতিশালী বীৰ-বীৰাংগনাৰ জন্মৰ অন্তৰালত লুকাই আছে দুৰ্ভাগ্যেৰে ভৰা একোটা অতীত। সেইদৰে আধুনিক যুগ-সন্ধিৰ মনীষীসকলৰ যন্ত্ৰ-যাতনাতো অসমীয়া সমাজ-সংস্কৃতিৰ এখন করুণ ইতিহাস বিচাৰি পাওঁ।

মানে একে লেঠাৰিয়ে তিনিবাৰ অসম আক্ৰমণ কৰিলে। লগে লগে অসমৰ সামগ্ৰিক ইতিহাসৰ গৌৰৱোজ্জ্বল অধ্যায় এটিৰ সামৰণি পৰিল। ১৮২৬ চনত বৰ্মাৰজাৰ আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ মাজত হোৱা সন্ধিৰ অচিলাত ইংৰাজে অসমক স্বাধীন ৰাজ্য গুচাই বৃটিছ সাম্ৰাজ্যৰ এখন অংগৰাজ্যত পৰিণত কৰিলে।

মানৰ অত্যাচাৰত প্ৰজাসাধাৰণৰ জীৱনৰ নিৰাপত্তা নোহোৱা হৈছিল। ইংৰাজ অহাত আতংক বহুপৰিমাণে হ্ৰাস পালে। বহুতো ডা-ডাঙৰীয়াই তেওঁলোকৰ এই আগমনক ঈশ্বৰৰ আশীৰ্বাদ বুলি স্বাগতম জনালে।

স্বাগতম জনোৱাসকলৰ কিন্তু বুজাত পলম নহ'ল যে, তেওঁলোকে ভুল কৰিলে। সৰ্বভাৰতীয় জোঁটিত ডিঙি সুমুওৱাৰ ফলত স্বাধীনতাতো গ'লেই, সাহিত্য-সংস্কৃতিৰ ওপৰতো মাধমাৰ পৰিল। আনকি মুখৰ মাত আধাৰো হেৰুৱাৰ উপক্ৰম হ'ল। ১৮৩৭ চনত অসমৰ অদালত আৰু পঢ়াশালিত বঙালী ভাষা প্ৰয়োগ কৰা হ'ল। ১৮৩৭ চনত যদিও চৰকাৰে আইন কৰিলে যে, ভাৰতৰ সকলো ৰাজ্যতে স্থানীয় ভাষাই পঢ়াশালি আৰু আদালতৰ মাধ্যম হ'ব, অসমৰ বেলিকা কিন্তু সেই আইন প্ৰযোজ্য নহ'ল। বঙালী ভাষাকে বাহাল ৰখা হ'ল। দুখৰ কথা, কোনেও এই অবিচাৰৰ বিপক্ষে 'টু' শব্দ এটাও নকৰিলে।

ইতিমধ্যে আমেৰিকান বেপ্তিষ্ট মিছনাৰীসকলৰ অসম আগমণ



ঘটিল। নৱাগতসকলে দেশখনত এক নোহোৱা নোপোজা কথা দেখি আচৰিত হ'ল। ইয়াৰ থলুৱালোকে ঘৰত এটা ভাষা কয়, আদালত আৰু পঢ়াশালিত আন এটা ভাষা কয়। মিছনাৰীসকলৰ প্ৰকৃত উদ্দেশ্য আছিল খৃষ্টান ধৰ্ম প্ৰচাৰ কৰা। কিন্তু দেখিলে, ইয়াৰ মানুহে ইংৰাজীও বুজি নাপায়, বঙালীও বুজি নাপায়। তেওঁলোকৰ মাজত সোমাবলৈ মিছনাৰীসকলে এটা দূৰদৰ্শী কাম কৰিলে। চৰকাৰৰ দ্বাৰা এলাগী হৈ থকা অসমীয়া ভাষাটোক (যিটো থলুৱা মানুহৰ উমৈহতীয়া ভাষা) প্ৰচাৰৰ মাধ্যমৰূপে হাতত ল'লে আৰু প্ৰথম পদক্ষেপ হিচাপে ১৮৪৬ চনত 'অৰুণোদই' নামৰ অসমীয়া ভাষাত এখন আলোচনী প্ৰকাশ কৰিলে। 'অৰুণোদই'ৰ উল্লেখযোগ্য অৱদান হ'ল— অসমীয়া যে এটা স্বতন্ত্ৰীয়া ভাষা এই বোধ শাসক শ্ৰেণীৰ মনত প্ৰতিপন্ন কৰাটো। ইয়াৰ উপৰি বেপ্তিষ্টসকলে অসমীয়া ভাষাত ব্যাকৰণ, অভিধান, পঢ়াশালীয়া পুথিও প্ৰণয়ন কৰিলে। ডক্টৰ মাইলছ ব্ৰন্সনে তেওঁৰ 'অচমিয়া ইংৰাজী অভিধান'ত লিখিছে— 'অচমিয়া ভাষা ব্ৰহ্মপুত্ৰ নদীৰ সোঁতৰ নিচিনাকৈ ৰাজ্যৰ মাজত একেদৰে চলি আছে, আৰু আগলৈকো থাকিব।'

মিছনাৰীসকলৰ এই সাধু প্ৰচেষ্টাত দুই চাৰিজন চিন্তাশীল অসমীয়াইও হাত উজান দিলে। তেওঁলোকৰ অগ্ৰণী হ'ল প্ৰাতঃস্মৰণীয় আনন্দৰাম ঢেকীয়াল ফুকন। ১৮৭৩ চনত অসমৰ আদালত আৰু পঢ়াশালিত পুনৰ অসমীয়া ভাষা চলোৱাৰ কথা চৰকাৰে ঘোষণা কৰিলে।

অসমীয়া ভাষা আইনমতে ঘোষিত হ'ল যদিও পঢ়াশালিৰপৰা কিন্তু বঙালীৰ বেদখন একেবাৰে উঠাই দিব পৰা হোৱা নাছিল। এইক্ষেত্ৰত কিছুমান বহিৰাগত কৰ্মচাৰীৰ ষড়যন্ত্ৰ নিহিত আছিল ঠিকেই, কিন্তু এইটোও সঁচা যে, সেই আসন্ন মুহূৰ্তত পঢ়াশালীত অসমীয়া ভাষাত প্ৰয়োজন পূৰাব পৰাকৈ পাঠ্যপুথিও নাছিল। অসমীয়া ভাষা প্ৰচলনৰ দাবী উত্থাপন কৰিলেই বিভাগীয় কৰ্তৃপক্ষৰ ওভোতা প্ৰশ্নৰ সন্মুখীন

হ'বলগীয়া হৈছিল — 'প্ৰচাশালীত চলাব পৰা অসমীয়া পুথি ক'ত ?' এনে জাতীয় গ্লানি আঁতৰাবলৈ পানীন্দ্ৰনাথ গগৈ, পদ্মনাথ গোঁহাঞিবৰুৱা প্ৰমুখ্যে কেবাগৰাকী কৃতবিদ্য পুৰুষে হাতত কাপ তুলি ল'লে, আৰু অহোপুৰুষাৰ্থ কৰি কেবাখনো পাঠ্যপুথি যুগুতাই উলিয়ালে।

এইখিনিতে ক্ষান্ত নাথাকি আন আন স্বদেশানুৰাগীলোকেও কিতাপ লিখি, আলোচনী প্ৰকাশ কৰি মানুহক সাহিত্য চৰ্চাত উদ্‌গণি দিবলৈ ধৰিলে। এনে সময়তে কেইজনমান কলিকতা প্ৰবাসী অসমীয়া ছাত্ৰই গঠন কৰিলে 'অসমীয়া ভাষা উন্নতি সাধিনী সভা' (২৫ আগষ্ট, ১৮৮৮ চন)। সেই বিপন্ন সময়খিনিত 'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ই মুখপাতি নধৰা হ'লে অসমীয়া জাতিৰ অস্তিত্ব ৰ'লহেঁতেন নে নাই সেই কথাৰ উত্তৰ সতকাই দিয়া টান।

'অসমীয়া ভাষা উন্নতি সাধিনী সভা'ৰ মুখপত্ৰ 'জোনাকী'ৰ জন্ম ১৮৮৯ চনত। জোনাকীক কেন্দ্ৰ কৰি এজন শিক্ষিত ডেকাই অসমীয়া জাতিটোৰ সৰ্বাংগীন উন্নতিৰ চিন্তাত আত্মনিয়োগ কৰিলে। তাৰ ফলত অসমীয়াৰ আত্মপ্ৰত্যয় জন্মিল, ভাষা সাহিত্যৰো গঢ় লাগিল।

এই নৱজাগৰণৰ যুগটোক আখ্যা দিয়া হ'ল 'জোনাকী যুগ' বুলি। 'জোনাকী' যুগৰ এই ঢলপুৱাতে জন্ম হ'ল ভাষা জননীৰ একনিষ্ঠ পূজাৰী বৰেণ্য সাহিত্যিক দণ্ডিনাথ কলিতাদেৱৰ।

# জন্ম : বংশৰ আঁতিগুৰি

বৰ্তমান শোণিতপুৰ জিলাৰ তেজপুৰ নগৰৰ উপকণ্ঠত অৱস্থিত কেতেকীবাৰী গাঁৱৰ এটি যোত্ৰহীন পৰিয়ালত ১৮৯০ চনৰ ৩০ জুন তাৰিখে কোনো এক শুভ মুহূৰ্তত দণ্ডিনাথ কলিতাৰ জন্ম হয়। মানৰ আক্ৰমণৰ সময়ত এই পৰিয়ালটো উজনিৰপৰা ভাগি আহি কেতেকীবাৰী গাঁৱত থিতাপি লৈছিল আৰু কৃষিকৰ্ম কৰি পেট প্ৰৱৰ্তাইছিল।

দণ্ডিনাথৰ পিতৃৰ নাম মংগলাৰাম আৰু মাকৰ নাম জানকীবালা। জনা যায়, এই বংশটোৰ উপাধি আচলতে শইকীয়াহে। পিছত কলিতা উপাধি গ্ৰহণ কৰে। দণ্ডিনাথৰ পিতৃদত্ত নাম আছিল দণ্ডিৰাম কলিতা। কিয়জানো পৰৱৰ্তীকালত তেওঁ দণ্ডিৰামৰ ঠাইত দণ্ডিনাথ লিখিবলৈ লয়। চাকৰিৰ নথিপত্ৰত, আনকি দৰমহা লোৱা বহীত দণ্ডিৰাম কলিতা বুলিয়ে আছে। সেই নামেৰে তেওঁ চহীও কৰি গৈছে।

দণ্ডিনাথ মাক পিতাকৰ দ্বিতীয় সন্তান। কলিতা পৰিয়ালটোৰ প্ৰাপ্ত বংশাৱলী এনে ধৰণৰ—



# বাল্যকাল আৰু শিক্ষা

## বাল্যশিক্ষা

মংগলাৰামৰ জীৱিকাৰ একমাত্ৰ উপায় আছিল কৃষি। সেই সময়ৰ গাঁৱৰ কৃষক পৰিয়ালৰ মাজত শিক্ষা-দীক্ষাৰ প্ৰতি বিশেষ ধাউতি নাছিল। তেনে কোনো শৈক্ষিক পৰিবেশো গঢ় লৈ উঠা নাছিল। অলপ ডাঙৰ হ'লে ল'ৰাবোৰক বাপেকে খেতি-খোলাত লগাই দিছিল। আন দহজন খেতিয়কৰদৰে মংগলাৰামেও পুত্ৰসকলক একোজন ভাল খেতিয়ক হোৱাটোকে বাঞ্ছা কৰিছিল।

কৃষকৰ ঘৰত জন্মগ্ৰহণ কৰিলেও, আৰু সম্পূৰ্ণ গাঁৱলীয়া পৰিবেশত ডাঙৰ হ'লেও দণ্ডিনাথৰ সৰুৰেপৰা পঢ়া-শুনা কৰিবলৈ এটা আগ্ৰহ আছিল। তেওঁলোকৰ ঘৰৰপৰা কিছু নিলগত কাহদল গাঁৱত এখন প্ৰাথমিক বিদ্যালয় আছিল। বিদ্যালয়ৰ পণ্ডিতজনাই সদায় ল'ৰাবোৰক উপদেশ দিছিল যে 'বিদ্যা-শিক্ষা লভিলেহে মানুহ গুণী-জ্ঞানী হয়'। এই উপদেশে কোমলমতীয়া দণ্ডিনাথৰ মনত লিখা-পঢ়া শিকিবলৈ প্ৰেৰণা যোগালে।

অলপ ডাঙৰ হলত লুকাই চুৰকৈ দণ্ডিনাথে মাজে মাজে কাঁহদল বিদ্যালয়লৈ যাবলৈ ধৰিলে। শিক্ষকে যেতিয়া ছাত্ৰসকলক পাঠ পঢ়াই থাকে তেতিয়া তেওঁ মনোযোগ দি চাই থাকে। নতুন ল'ৰাজনৰ আগ্ৰহ দেখি প্ৰধান শিক্ষকে তেওঁক প্ৰথম শ্ৰেণীত বহিবলৈ দিলে। কেইদিনমানৰ ভিতৰতে শিক্ষকে বুজিলে যে ল'ৰাজন পঢ়াত চোকা, এবাৰ পাঠ আওৰালেই মনত বৈ যায়। সুযোগ-সুবিধা পালে কালত যেনে-তেনে উন্নতি কৰিব পাৰিব।

তিনিমাহৰ ভিতৰতে দণ্ডিনাথে প্ৰখৰ বুদ্ধিমত্তাৰ পৰিচয় দিবলৈ সক্ষম হ'ল। বছৰৰ পঢ়া কেইটামান দিনতে শেষ কৰিলে। ছাত্ৰৰ



মেধাশক্তিৰ পৰিচয় পাই শিক্ষকসকল মুগ্ধ হ'ল— এনে ল'ৰাক অনা-হকতে এবছৰলৈ ৰাখি থোৱাটো প্ৰয়োজন বুলি নাভাবিলে। সেয়ে প্ৰথমে তেওঁক দ্বিতীয় শ্ৰেণীত নি বহিবলৈ দিলে। দ্বিতীয় শ্ৰেণীতো দণ্ডিনাথৰ একেই মেধা প্ৰমাণিত হ'ল। শিক্ষকে দেখিলে যে, ইয়াতো ছাত্ৰজনে তিনিমাহৰ ভিতৰতে দ্বিতীয় শ্ৰেণীৰ পাঠ্যও শেষ কৰিছে। তেতিয়া পুনৰ তেওঁক তৃতীয় শ্ৰেণীত বহুৱালে। অৰ্থাৎ মাত্ৰ তিনি মাহৰ ভিতৰত একেকোবেই দণ্ডিনাথে তৃতীয় শ্ৰেণীলৈ উধালে।

শিক্ষকৰ মুখে মংগলাৰামে পুতেকৰ প্ৰশংসা শুনিলে। কিন্তু শুনি আনন্দ পাওক চাৰি ৰুক্ষহে হ'ল। খেতিয়কৰ ল'ৰাই খেতিয়ক হ'ব— পঢ়াশুনা কৰাৰ প্ৰয়োজন কি? তেওঁ কঢ়া হুকুম জাৰি কৰিলে— দণ্ডিনাথে স্কুললৈ যাব নোৱাৰে। হুকুম মতেই কাম। দণ্ডিনাথৰ স্কুললৈ যোৱাটো বন্ধ হ'ল।

মাত্ৰ তিনি মাহতে তৃতীয় শ্ৰেণীলৈ উধাবলৈ পাই দণ্ডিনাথৰ মনত উৎসাহ জাগিছিল। পিতাকৰ কঢ়া হুকুমে মনত চেঁচাপানী ঢালিলে। উপায়ে বা কি? পিতাকৰ হকা-বধা নেওচি স্কুললৈ যোৱাটো সম্ভৱ নহয়।

দণ্ডিনাথ স্কুললৈ নহা কথাটো শিক্ষকসকলে মন কৰিলে। কাৰণ অনুসন্ধান কৰি গম পালে যে, ঘৰৰপৰাই ল'ৰাটোৰ স্কুললৈ অহাটো বন্ধ কৰা হৈছে। বিশেষকৈ পিতাকে পুতেকৰ লিখা-পঢ়া শিকাৰ নামত খেৰকুটা এডালো দিব নোখোজে। অকালতে এনেকুৱা প্ৰতিভা এটা মৰহি যাবলৈ ওলোৱা দেখি শিক্ষকসকলে মনত দুখ পালে। তেওঁলোকে আশা কৰিছিল ল'ৰাটোৱে বৃত্তিলাভ কৰিব পাৰিব।

ইতিমধ্যে দণ্ডিনাথৰ স্কুল এৰিবলগীয়া হোৱা ঘটনাটো ইকান-সিকান কৈ আন মানুহেও শুনিবলৈ পালে। তেওঁলোকে মংগলাৰামক উপদেশ দিলে পুতেকক স্কুল নেৰুৱাবলৈ। পিঠাখোৱা পাঠশালাৰ প্ৰধান শিক্ষকেও কথাটো জানিলে। তেওঁ নিজে আহি মংগলাৰামক ধৰিলে

পুতেকক তেওঁৰ স্কুলতে ভৰ্তিকৰি দিবলৈ । শিক্ষকগৰাকীৰ ভাব আছিল— পঢ়াৰ সুবিধা পালে দণ্ডিনাথে নিশ্চয় বৃত্তিলাভ কৰিব পাৰিব। তেতিয়া হ'লে স্কুলৰ লগতে তেওঁৰো সুনাম হ'ব কিন্তু, সকলো অৰণ্যত ৰোদন হ'ল। পিতাকে দণ্ডিনাথক স্কুললৈ পঠিয়াবলৈ মান্তি নহ'ল ।

ইমানতো কিন্তু কাঁহদল স্কুলৰ শিক্ষকগৰাকীয়ে আশা এৰি দিয়া নাছিল। পুনৰ দণ্ডিনাথক ছাত্ৰ হিচাপে পাবলৈ চেষ্টা চলালে । নিজে আহি মংগলাবামক বুজালে । ওচৰ-পাজৰৰ দুই চাৰিজনেও একে উপদেশকে দিলে। —চোকা ল'ৰা, পঢ়িব খুজিছে পঢ়ক ! কিজানি ইয়াৰদ্বাৰা বংশৰ মুখ উজ্জ্বল হয়েই ।

সকলোৰে বুজনিত শেষত মংগলাবামৰ খুঁটি লৰিল। পুতেকক স্কুললৈ পঠিয়াবলৈ মান্তি হ'ল কিন্তু কেইটামান চৰ্ত আৰোপ কৰিলে । চৰ্ত কেইটা হ'ল—

(১) ল'ৰাৰ পঢ়াত তেওঁ এপইচাও খৰচ নকৰে । পঢ়া ফলি পুথিও শিক্ষকেই যোগান ধৰিব লাগিব ।

(২) চাকিৰ তেল পুৰি ঘৰত কিতাপ পঢ়িব নোৱাৰিব ।

(৩) ঘৰুৱা কাম যথাযথভাৱে কৰিব লাগিব ।

পিতাকৰ সকলো চৰ্ত মানি লোৱা হ'ল । শিক্ষকে দণ্ডিনাথৰ পঢ়াৰ সমুদায় খৰচ নিজে বহন কৰিব বুলি আশ্বাস দিলে । দণ্ডিনাথেও ঘৰত কিতাপ নপঢ়াৰ, আৰু ঘৰৰ কাম কাজ আগৰদৰে নিয়াৰিকৈ কৰাৰ প্ৰতিশ্ৰুতি দিলে ।

সকলোৰে শুভেচ্ছা লৈ পিছদিনাখনৰপৰা দণ্ডিনাথে স্কুললৈ পুনৰ অহা-যোৱা কৰিব ধৰিলে ।

পিছৰ বছৰত দণ্ডিনাথে সঁচাকৈয়ে বৃত্তিপৰীক্ষাত বহিল । আশা কৰাৰ দৰে সকলোৰে মাজত প্ৰথম হৈ বৃত্তিও লাভ কৰিলে (১৮৯৯) । এনেকুৱা সাত বেমেজালিৰ মাজেদি বৃত্তি পোৱাত দণ্ডিনাথ সকলোৰে প্ৰশংসাৰ পাত্ৰ হ'ল ।

দণ্ডিনাথৰ পুনৰ পঢ়াৰ প্ৰশ্ন উঠিল। পিতাকে এইবাৰো মূৰ জোকাৰিলে।



একোপধ্যেই পুতেকক পঢ়িবলৈ দিব নোখোজে । শিক্ষকে পুনৰ আহি পিতাকক বুজালে । শেষত ক'লে—'স্কুললৈ নগ'লে দণ্ডিনাথে বৃত্তিৰ টকা নাপাব। কাৰণ ছাত্ৰই যাতে পুনৰ পঢ়িব পাৰে তাৰবাবেহে চৰকাৰে এনে সাহায্য মঞ্জুৰ কৰে ।' পিতাকে এই কথাটো নাজানিছিল । কথা শুনি তেওঁ পুতেকক পঢ়িবলৈ অনুমতি দিলে ।

দণ্ডিনাথে ছাত্ৰবৃত্তি স্কুলত নাম লগালে । এইবাৰ তেওঁ অন্ততঃ বৃত্তিৰ টকাৰে পঢ়া-খৰচৰ বাহিজোৰা মাৰিব পৰা হ'ল । মনপুতি পঢ়ি ছাত্ৰবৃত্তি পৰীক্ষাতো তেওঁ জলপানী লাভ কৰিলে ( ১৯০২ ) ।

## হাইস্কুলীয়া শিক্ষা

ছাত্ৰবৃত্তি স্কুল পাছ কৰি দণ্ডিনাথে তেজপুৰ চৰকাৰী হাইস্কুলৰ তৃতীয় শ্ৰেণীত নাম লগালে । ইয়াতো তেওঁ শিক্ষকসকলৰ নজৰত পৰিল । 'এইজনতো তৃতীয় শ্ৰেণীৰ ল'ৰা নহয়' বুলি লগে লগে ষষ্ঠ শ্ৰেণীলৈ উন্নিত কৰিলে ।

সেইকালত কৃষিজীৱী পৰিয়ালে ল'ৰা-ছোৱালীক স্কুলত পঢ়োৱাৰ বিশেষ প্ৰয়োজনীয়তা অনুভৱ নকৰিছিল । সৰহ সংখ্যকৰে ঘৰ শিক্ষাৰ ক্ষেত্ৰত মৰআউসীৰ ঘোপমৰা আন্ধাৰে বিৰাজ কৰিছিল । এনেকৈ কিমান যে প্ৰতিভা কলিতে মৰহি গ'ল তাৰ লেখ জোখ নাই । তাৰে মাজতে যি দুই এজনে আন্ধাৰৰ ভেটা ভাঙি শিক্ষাৰ পোহৰৰ পিনে খোজ আগবঢ়াইছিল, তেওঁলোকেও অতিক্ৰম কৰিব লগা হৈছিল বহু বাধা বিঘিনি । অধিক সংখ্যক ছাত্ৰৰে আকৌ কিতাপ কিনি পঢ়াৰ সামৰ্থকনো নাছিল । দণ্ডিনাথো তাৰ ব্যতিক্ৰম নাছিল । তেওঁ খেতি-খোলাকে লৈ যাৱতীয় ঘৰুৱা কামত পিতাকক সহায় কৰিব লগা হৈছিল । ঘৰত পঢ়াৰ সুযোগ নাছিল । আনফালে পঢ়িবলৈ তেনেকৈ কিতাপো নাপাইছিল । স্কুলত নতুনকৈ ক্লাছ আৰম্ভ হোৱাৰ পিছতে দণ্ডিনাথে প্ৰথম মাহ লাইব্ৰেৰীত বহি পাঠ্যপুথিখিনি আওৰাই লয় । শ্ৰেণীত শিক্ষকে বুজোৱা পাঠখিনিও

হৃদয়ংগম কৰি লয়। তেওঁৰ স্মৰণশক্তি ইমান প্ৰখৰ আছিল যে, ইয়াৰ পিছত কিতাপ হাতেৰে ছোৱাৰ আৰু প্ৰয়োজন নহয়। একেবাৰে পৰীক্ষাত বহিলেই হ'ল।

দণ্ডিনাথে হেনো স্কুলীয়া জীৱনত এখন মাত্ৰ কিতাপ নিজে কিনিছিল। সেইখন হ'ল 'এংলো-সংকৃত ডিকচ্‌নাৰী'। কলিতা পৰিয়ালত এই ডিকচ্‌নাৰীখন বৰ্তমানো থকা বুলি জনা যায়।

এইকিশোৰ কালতে ঘৰুৱা কাম কৰোতে তেওঁ মাজে মাজে বিপদ-বিঘিনিৰো সম্মুখীন হ'বলগা হৈছিল। এবাৰ তেনে জীৱন-মৰণ বিঘিনিৰপৰা নিজ সাহস আৰু উপস্থিত বুদ্ধিৰ বলত কেনেকৈ উদ্ধাৰ পাইছিল, সেই ঘটনা শুনিলে আজিও গাৰ নোম ডাল-ডাল হৈ শিয়ঁৰি উঠে —

দণ্ডিনাথৰ পিতাকৰ চিকুৱানী চাপৰিত এখন খেতিৰ পাম আছিল। সাধাৰণতে পামত পিতাকে থাকে। কিন্তু প্ৰতি শনিবাৰে ঘৰলৈ আহে আৰু দেওবাৰ বন্ধৰ দিনাখন পাম ৰখিবলৈ দণ্ডিনাথক পঠিয়াই দিয়ে।

আচলতে চিকুৱানী এখন অটব্য হাবি। দুই চাৰিঘৰ মানুহে ঠায়ে ঠায়ে হাবি কাটি চাপৰি কৰি লৈছিল আৰু উলুৱনিৰে ঘৰৰ দৰে একোখন চালি সাজি লৈ তাত থাকি খেতি কৰিছিল। তাকো এজনৰ ঘৰ আনজনৰপৰা বিংমাৰি নোপোৱা দূৰত অৱস্থিত। কিবা বিপদ হ'লে সতকাই সহায় পোৱা টান। বাঘৰ উৎপাত বৰ বেছি। গৰু মহ দুই এটা নিয়েই থাকে।

দণ্ডিনাথৰ বয়স তেতিয়া বাৰ কি তেৰ বছৰ হ'ব। পিতাকৰ নিৰ্দেশমতে সিদিনা তেওঁ চিকুৱানী চাপৰিৰ পামলৈ গ'ল। খেতিত এইবছৰ বৰকৈ ফৰিং পৰিছে আৰু খেতিৰ শইচবোৰ নষ্ট কৰিব ধৰিছে। ফৰিঙৰ উৎপাতত ভাত পৰ্যন্ত ৰান্ধি খাবলৈ উপায় নাই। জাকে-জাকে আহি চৌকাৰ জুইত পৰে—আনকি ৰন্ধা ভাত আঞ্জাতো পৰে।



দণ্ডিনাথহঁতৰ ঘৰটোৰ কিছু নিলগত আন এজনৰ ঘৰ আছিল। ফৰিঙৰপৰা ৰক্ষা পাবলৈ সিদিনা ৰাতি মানুহজনে চোতালত একুৰা ডাঙৰকৈ জুই ধৰি দিলে। ওচৰতে আছিল এটি বাঘ। জুই দেখি ভয় পাই সি দণ্ডিনাথ থকা জুপুৰীটোৰ ফাললৈ আহিল। আহিয়ে ঘৰটোৰ চাৰিওফালে প্ৰদক্ষিণ কৰিব ধৰিলে।

বাঘৰ আগমণৰ কথা দণ্ডিনাথে ঘৰৰ ভিতৰৰপৰাই গম পালে, কিন্তু ভয় নাখালে। মনলৈ সাহস আনিলে। তেওঁ এহাতে এখন দা আৰু বাওঁহাতে এটি চাকিলৈ ঘৰৰ ভিতৰতে বাঘটোৰ লগে লগে ঘূৰি থাকিল। ভাবিলে—যদি বাঘে হাতোৰা বা মূৰ সুমুৱাবলৈ চেষ্টা কৰে, তেনেহলে দাখনেৰে উৰাই-ঘূৰাই ঘঁপিয়াব।

ঘৰটোৰ বেৰবোৰ মাটিৰে লিপা হোৱা নাছিল। বেৰৰ বাহিৰত থাকি বাঘেও দণ্ডিনাথক দেখিছে, আকৌ ভিতৰত থাকি দণ্ডিনাথেও বাঘক দেখি আছে। কিন্তু কিয়জানো, কেইপাকমান ঘূৰাৰ পিছত আক্ৰমণৰ কোনো চেষ্টা নকৰি বাঘ বপুৰাই লাহে লাহে আঁতৰি গ'ল।

দণ্ডিনাথ কেনে মেধাশক্তিৰ ছাত্ৰ আছিল তলৰ উদাহৰণটিৰপৰা অনুমান কৰিব পৰা যায়।

সেইবাৰ দণ্ডিনাথ আছিল মেট্ৰিক পৰীক্ষাৰ্থী। ফাইনেল পৰীক্ষাৰ পূৰ্বে বাছনি পৰীক্ষা পতা হয়। দণ্ডিনাথৰ মেট্ৰিকত অতিৰিক্ত বিষয় আছিল উচ্চগণিত। স্কুলত উচ্চগণিত পঢ়োৱা কোনো শিক্ষক নথকাত তেওঁ নিজ চেষ্টাৰবলতেই পৰীক্ষা দিবলৈ সাজু হ'ল।

সিদিনা উচ্চগণিত বিষয়ৰ পৰীক্ষাৰ্থী আছিল অকল দণ্ডিনাথ। ঘণ্টা বজাৰ লগে পৰীক্ষকে প্ৰশ্নকাকতবোৰ বিতৰণ কৰিলে। কিন্তু কি কথা দণ্ডিনাথৰ বাবে উচ্চগণিত বিষয়ৰ কোনো প্ৰশ্ন কাকত নাহিল। পৰীক্ষাৰ্থী-জনৰ লগতে পৰীক্ষকসকলো বিমোৰত পৰিল। প্ৰশ্নকাকত নাপালে পৰীক্ষা দিয়াৰ প্ৰশ্নই বা উঠে কেনেকৈ?

তৎমুহূৰ্তে কথাটো গৈ প্ৰধান শিক্ষকৰ কাণত পৰিল। তেওঁ

উপায়হীন হ'ল। আহি দণ্ডিনাথৰ কাষ পালে। লাহেকৈ ক'লে "প্ৰশ্ন কাকত নাহিল যেতিয়া উপায় নাই। তই বাৰু ভূগোলৰ পৰীক্ষাকে দে।" দণ্ডিনাথৰ পঢ়া বিষয় হ'ল উচ্চগণিত, এতিয়া পৰীক্ষা দিবলগীয়াত পৰিল ভূগোলৰ। অৱশ্যে পাঠ্যপুথি হিচাপে নপঢ়িলেও লাইব্ৰেৰীত ভূগোল তেওঁৰ পঢ়া আছিল। সেই স্মৃতিকে সাৰথি হিচাপে লৈ দণ্ডিনাথ ভূগোলৰ পৰীক্ষাত বহিল। পিছত বাছনি পৰীক্ষাৰ ফলাফল ওলালত, দেখা গ'ল দণ্ডিনাথে ভূগোলত সৰ্বোচ্চ নম্বৰ লাভ কৰিছে। শিক্ষক সকলে প্ৰশংসা কৰিলে। আত্মীয় স্বজনে ক'লে- "মেট্ৰিকত তই স্কুলৰ সুনাম বুটলিব লাগিব।"

সঁচাকৈয়ে দণ্ডিনাথে মেট্ৰিক পৰীক্ষাত নিজৰ হাইস্কুলখনলৈ সুনাম বুটলি আনিবলৈ সক্ষম হ'ল। তেওঁ কলিকতা বিশ্ববিদ্যালয়ত উচ্চস্থান দখল কৰি পদক লাভ কৰিলে (১৯১১)। চৰকাৰী জলপানীও পালে।

## কলেজীয়া জীৱন

এইবাৰ দণ্ডিনাথৰ উচ্চশিক্ষাৰ প্ৰশ্ন আহিল। প্ৰশ্নই নহয়, দণ্ডিনাথৰ দৰে নিঃসম্বল পৰিয়াল এটাৰ বাবে এক সমস্যা হৈ উঠিল। তেতিয়াৰ দিনত অসমত একমাত্ৰ উচ্চ শিক্ষাৰ অনুষ্ঠান আছিল গুৱাহাটীৰ কটন কলেজ। তেওঁ জলপানী পাইছিল যদিও সেইখিনিৰে তাত থাকি পঢ়াটো একপ্ৰকাৰ অসম্ভৱেই আছিল।

সি যি নহওক, দুই চাৰিজন হিতাকাংক্ষীৰ সাহায্যত দণ্ডিনাথে মৰণত শৰণ দি এদিন গৈ কটন কলেজৰ প্ৰথম বাৰ্ষিকত নাম লগালে।

কলেজৰ অধ্যক্ষ আছিল চুড্‌মাৰ্চন চাহাব। সেইদিনা কলেজৰ প্ৰথম ক্লাছ। দণ্ডিনাথে অইন ছাত্ৰসকলৰ দৰে ক্লাছত উপস্থিত হ'ল। কলেজৰ পৰম্পৰা অনুযায়ী অধ্যক্ষ চুড্‌মাৰ্চন চাহাবে ক্লাছত



সোমাই নৱাগত ছাত্ৰসকলক আদৰণী জনাই প্ৰত্যেকৰ লগত কৰমৰ্দন কৰিলে। কোন ছাত্ৰৰ কেনেকুৱা মেধা এই কথা বিচাৰি উলিয়াবলৈ তেওঁ সকলো ছাত্ৰকে ইংৰাজীতে এখন ৰচনা লিখিবলৈ দিলে। ৰচনাৰ বিষয়—"তোমাৰ জীৱনৰ লক্ষ্য কি ?"

যথাসময়ত ৰচনা সমাপ্ত কৰি ছাত্ৰসকলে অধ্যক্ষৰ হাতত জমা দি সিদিনাৰ বাবে নিজ নিজ বাসভৱনলৈ গ'ল। দুদিন পিছত অধ্যক্ষই এখন শ্লিপৰ যোগে দণ্ডিনাথক নিজৰ কোঠালৈ মাতি পঠিয়ালে।

দণ্ডিনাথ অধ্যক্ষৰ সন্মুখত উপস্থিত হ'লত অধ্যক্ষই তেওঁৰ পিঠিত চপৰিয়াই ক'লে—'অতি সুন্দৰ !'

একো নুবুজি দণ্ডিনাথে অধ্যক্ষৰ মুখলৈ ভেবা লাগি চাই ৰ'ল। অধ্যক্ষই সুধিলে—'ৰচনাত লিখাখিনি তোমাৰ জীৱনৰ ঘটনা নে ?' দণ্ডিনাথে—"হয়, এয়া মোৰ জীৱন বৃত্তান্ত' বুলি মূৰ দুপিয়ালে। অধ্যক্ষই ক'লে—''তোমাৰ ৰচনা পঢ়ি মই অভিভূত হৈছোঁ। মই প্ৰথম বাৰ্ষিকৰ ছাত্ৰ এজনে লিখা ৰচনা এখন যেন পঢ়া নাই— মই যেন পঢ়িছো, কোনো প্ৰথিতযশা লেখকে লিখা এটি মৰ্মন্তুদ কাহিনী। অধ্যক্ষই দণ্ডিনাথক যিকোনো অসুবিধাত জোৰামৰাত সহায় কৰিবলৈ আশ্বাস দিলে। লগতে ধেমালিৰ সুৰত ক'লে—"তুমি কিন্তু সদায় মোৰ লগত বেড্‌মিন্টন খেলিব লাগিব।"

সচাঁকৈয়ে দণ্ডিনাথে কলেজত থকা কেইবছৰ অধ্যক্ষ চুড্‌মাৰ্চন চাহাবৰ সহায় সহানুভূতি পাইছিল। সুবিধানুযায়ী তেওঁ অধ্যক্ষদেৱৰ সৈতে বেড্‌মিন্টনো খেলিছিল।

চৰকাৰী বৃত্তিৰ টকাৰে দণ্ডিনাথক নুকুলাইছিল। সেইকাৰণে কোনো ভদ্ৰ পৰিয়ালৰ ল'ৰা-ছোৱালীক ঘৰতে শিকায়ো খৰচ উলিয়াইছিল। চন্দ্ৰনাথ শৰ্মা তেতিয়া কটন কলেজৰ আই. এ. ৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ। ছাত্ৰাৱস্থাতে শৰ্মাই গুৱাহাটীত বিয়া কৰাইছিল। তেওঁ শহুৰেকৰ ঘৰতো দণ্ডিনাথক এটা প্ৰাইভেট টিউচন যোগাৰ কৰি দিলে।

আই. এ. ৰ প্ৰথম বাৰ্ষিকতে দণ্ডিনাথে উজান বজাৰৰ লক্ষী-প্ৰসাদ বৰুৱাৰ ঘৰ এটা ভাড়া লৈ কালাপ্ৰসাদ বৰুৱাৰ সৈতে থাকি পঢ়া-শুনা কৰিছিল। ঠিক সেই সময়তে দণ্ডিনাথে এবাৰ টান নৰিয়াত (ৰেমিটেণ্ট জ্বৰ) পৰিছিল। নৰিয়া অৱস্থাত তেওঁক বিশেষভাৱে শুশ্ৰূষা কৰিছিল চন্দ্ৰনাথ শৰ্মাই। আনকি ডাক্তৰ-কবিৰাজৰ ঘৰলৈ অহাযোৱা কৰি দৰবপাতিও আনি দিছিল। অথচ কেইদিনমান পিছতে শৰ্মাৰ আই. এ. ৰ ফাইনেল পৰীক্ষা। সুখৰ কথা—ইমান ব্যস্ততাৰ পিছতো পৰীক্ষা দি চন্দ্ৰনাথে আই এ. ত বৃত্তি ধৰিব পাৰিছিল! এই কৃতজ্ঞতা দণ্ডিনাথে তেওঁৰ ৰচিত 'কৰ্মবীৰ চন্দ্ৰনাথ' নামৰ জীৱনী পুথিখনত স্বীকাৰ কৰিছে।

দণ্ডিনাথৰ মেধা ছাত্ৰ-সমাজতো আলোচ্য বিষয়বস্তু হৈ পৰিছিল। শুনা যায়, তেওঁ তৃতীয় বাৰ্ষিকত থাকোতে চতুৰ্থ বাৰ্ষিকৰ অনেক ছাত্ৰক পৰীক্ষাৰ সাম্ভাব্য প্ৰশ্নৰ উত্তৰ যুগুতাই দিছিল। সকলোৱে আশা কৰিছিল, শেষ পৰীক্ষাত তেওঁ পূৰ্বৰ ঐতিহ্য ৰক্ষা কৰিব। কিন্তু বিধিৰ বিধান আছিল অন্যৰূপ। দণ্ডিনাথে মনেসজা পুখুৰীৰ পানী খাবলৈ নাপালে।

বি. এ. পৰীক্ষাৰ চলি আছে। দণ্ডিনাথে যি কেইখন প্ৰশ্ন কাকত লিখিলে ভালেই হৈছে। ইতিমধ্যে অনাৰ্চ পৰীক্ষা শেষ হৈছে। হঠাতে তেওঁৰ সোঁহাতৰ এটি আঙুলিৰ গাঠিত পৰা[1] উঠিল। জ্বৰ বিষত ত'ত নোহোৱা অৱস্থা হ'ল। হাতেৰে কলমকে ধৰাৰ উপায় নাথাকিল। এই ৰোগৰ এনে ক্ৰিয়া যে ই আকস্মিকভাৱে অৱিৰ্ভূত হয় আৰু ৰোগীক বিতত কৰি তোলে। চিকিৎসা আদিত ৰোগৰ উপশম ঘটিল যদিও দণ্ডিনাথৰ পৰীক্ষা অসমাপ্ত হৈয়ে ৰ'ল।

পৰীক্ষাত দণ্ডিনাথে যি কেইখন প্ৰশ্নকাকত লিখিছিল আটাই-কেইখনতে সন্তোষজনক নম্বৰ পাইছিল। তেওঁৰ অনাৰ্চ আছিল

(১) আঙুলিৰ পাবৰ জোৰা উখহি হোৱা বেদনা।



সংস্কৃত বিষয়ত। সংস্কৃতৰ প্ৰশ্ন কাকতত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰতে দ্বিতীয় স্থান পাইছিল বুলি বিশ্ববিদ্যালয় কৰ্তৃপক্ষৰপৰা জানিব পৰা গৈছিল।

দণ্ডিনাথে পিছৰ বছৰত পুনৰ পৰীক্ষা দিব বুলি আশা ৰাখিছিল। কিন্তু টকা-পইচাৰ অসুবিধাৰ বাবে সেই আশা পূৰাব নোৱাৰিলে। জীৱনত তেওঁৰ স্নাতক ডিগ্ৰী লোৱা নহ'ল। অৱশ্যে পৰৱৰ্তীকালত শিক্ষকতা কৰি থাকোতে ঢাকাত গৈ এল. টি পঢ়ি আহিছিল। এল. টি. হ'ল বি. এ. ডিগ্ৰীৰ সমপৰ্যায়ৰ এটি শিক্ষাদান বিষয়ক এবছৰীয়া প্ৰশিক্ষণ।

# গাৰ্হস্থ্য জীৱন

## চাকৰি

কলেজীয়া জীৱন অন্ত পৰাৰ লগে লগে দণ্ডিনাথে কঠোৰ বাস্তৱ জীৱনত ভৰি দিলে। তেওঁৰ ইচ্ছা আছিল, সমাজৰ কামত আত্মনিয়োগ কৰা। কিন্তু দেখিলে, অন্ন সংস্থানৰ বাবে অচিৰে কিবা এটা নকৰিলে নহয়। তেওঁৰ দৰে মেধাবী পুৰুষ এজনে অন্ততঃ সেইযুগত যিকোনো চৰকাৰী চাকৰিত সোমোৱাটো একো কঠিন নাছিল। কিন্তু সৰুৰেপৰা তেওঁ নিজৰ আদৰ্শক আৰু জ্ঞান আহৰণক আগস্থান দি আহিছে। গতিকে চাকৰি যেতিয়া কৰিবলগীয়াই হ'ল, তেতিয়া জ্ঞান বিতৰণৰ পথটোক আদৰণীয় বুলি থিৰাং কৰিলে; আৰু স্থানীয় তেজপুৰ হাইস্কুলতে সহকাৰী শিক্ষকৰ পদ গ্ৰহণ কৰি চাকৰি জীৱনৰ পাতনি মেলিলে।

## বিবাহ ঃ দাম্পত্য জীৱন

১৯২৪ চনত কমলেশ্বৰী দেৱীৰ সৈতে দণ্ডিনাথ কলিতা বিবাহ পাশত আবদ্ধ হয়। পত্নী কমলেশ্বৰী আছিল স্বামী পৰায়ণা আৰু সুগৃহিণী। স্বামীৰ আদৰ্শ প্ৰতিষ্ঠাত তেওঁ ঘৰৰ ভিতৰৰপৰা পাৰে মানে সহায় কৰিছিল, আৰু ঘৰখনক এখন আদৰ্শ গৃহস্থী হিচাপে গঢ়ি তুলিবলৈ সততে যত্ন কৰিছিল।

দণ্ডিনাথ কলিতা আছিল এজন কৰ্মযোগী পুৰুষ। কোৱা আৰু কৰাৰ মাজত তেওঁ সকলো সময়তে সামঞ্জস্য ৰক্ষা কৰি চলিছিল। বহু খ্যাতনামা দেশনেতা থাকে, যিসকলে বাহিৰৰ কামত ব্যস্ত থাকি ঘৰখনৰ খবৰ নাৰাখে বা আওকণীয়া হৈ চলে। ফলত পৰিয়াল



শৃংখলাহীন হৈ পৰে। এইক্ষেত্ৰত দণ্ডিনাথ কলিতাই গাৰ্হস্থ্য ধৰ্ম নিষ্ঠাৰে পালন কৰি আদৰ্শ প্ৰতিষ্ঠা কৰি গৈছে।

চাকৰিৰ মাজভাগমানত কলিতাদেৱে তেওঁৰ পৰিয়ালটো কেতেকীবাৰী গাঁৱৰপৰা তেজপুৰ নগৰৰ পুৰাণ প্ৰসিদ্ধ মহাভৈৰৱ মন্দিৰৰ কাষলৈ উঠাই আনি নিজাকৈ ঘৰমাটি কৰি স্থায়ীভাৱে বসবাস কৰিবলৈ লয়। আজিও লম্বোদৰ বৰা পথৰ দাঁতিত তেওঁ নিৰ্মাণ কৰি থৈ যোৱা ঘৰতে তেওঁৰ সন্তান সন্ততিসকল বাস কৰি আছে।

দাম্পত্য জীৱনৰ উপহাৰ স্বৰূপে দণ্ডিনাথ কমলেশ্বৰীয়ে দহটা সন্তান লাভ কৰে। তাৰে ছয় জন পুত্ৰ, চাৰিজনী কন্যা।

সন্তানসকলক মানুহ কৰি তুলিবলৈ তেওঁ নথৈ যত্ন কৰিছিল। তাৰবাবে ঘৰৰ পৰিবেশটোও যাতে সুন্দৰ আৰু সাত্বিক হৈ থাকে, সেইফালেও প্ৰয়োজনীয় নজৰ দিছিল, আৰু ঘৰৰ সকলোকে তাত অভ্যস্ত কৰি তুলিছিল।

ব্ৰহ্মমুহূৰ্ততে শয্যা ত্যাগ কৰা তেওঁৰ অভ্যাস আছিল। উঠিয়ে গীতাৰ কোনো অধ্যায়ৰপৰা সংস্কৃত শ্লোক মাতি দিনটোৰ মংগলাচৰণ কৰিছিল। প্ৰাতঃকৃত্যাদি সমাপন কৰি ল'ৰা-ছোৱালী সহ একেলগে পুৱাৰ চাহ-জলপান খাইছিল। খাওঁতে খাওঁতে অলপ আগতে আওৰোৱা শ্লোক কেইটাৰ ভাবাৰ্থ সকলোকে বাখ্যা কৰি শুনাইছিল। চাহৰ এই বৈঠকতে তেওঁ দিনটোৰ কাৰ্যসূচী নিৰ্ণয় কৰি লৈছিল।

## সন্তান চৰ্যা

কলিতাদেৱে দোকানৰ মিঠাই আদি কোনো বস্তু ল'ৰা-ছোৱালীবোৰে খোৱাতো পচন্দ কৰা নাছিল। নিজে তেওঁলোকৰ বাবে ফলমূল আদি আনি দিছিল। সুৰেন্দ্ৰনাথ বৰুৱাই লিখিছে "বিদেশৰপৰা আমদানী কৰা আহাৰেৰে মুখ চুৱা নকৰি পুষণি

অসমীয়া ৰীতিৰ ভীমকল খুৱাই হিৰণ্যক (প্ৰথম পুত্ৰ) ডাঙৰ দীঘল কৰা হৈছিল। সেই দেখিয়ে বোধকৰোঁ এটি শকত নৰিয়াৰ বাহিৰে শেষ মুহূৰ্তলৈকে কোনো বেমাৰৰ লগত হিৰণ্যৰ চিনাকি হোৱা নাছিল। (হিৰণ্যৰঞ্জন গ্ৰন্থাৱলী : হিৰণ্যৰঞ্জন পৰিচয়, পৃঃ ২)

বৰুৱাৰ উল্লেখিত লিখনীৰপৰা জনা যায়, পিতৃ কলিতাদেৱে হিৰণ্যক ধৰ্মপৰায়ণ হ'বলৈ শিক্ষা দিছিল। পুৱা শুই উঠি তলৰ প্ৰাৰ্থনা সংগীতটো মুখে মুখে পুত্ৰক গাবলৈ শিকাইছিল।

হে মোৰ পিতা পৰম ঈশ্বৰ,<br>
কৃপা কৰি দিয়া মোক ৰেণু চৰণৰ।<br>
নিয়া মোক আলোলই আন্ধাৰৰপৰা,<br>
তোমাৰ ৰূপেৰে বিশ্ব দেখোঁ যেন ভৰা।<br>
কেতিয়াও মিছা কথা যেন নোলায় মুখত<br>
বেয়া কাম যেন মই নকৰোঁ ভুলত।<br>
সকলোৰে মৰমত যেন পমি যাওঁ<br>
ফাঁকি ফুঁকা ছুটা মাত পাপক ঘিণাও।<br>
কদাপি নলওঁ যেন লগ দুৰ্জনৰ,<br>
ৰাখা যেন চিৰকাল পৱিত্ৰ অন্তৰ।<br>
সুপথে চলোৱা মোক হেৰা দয়াময়<br>
মোৰ ই জীৱন যেন হয় মধুময়।

ইয়াৰ উপৰি ঋক্‌বেদৰ হিৰণ্যগৰ্ভ সূক্তকে আদি কৰি কেবাটাও সংস্কৃত শ্লোক গাবলৈ শিকাইছিল।

ল'ৰা-ছোৱালী কেইটি যাতে অধ্যয়নশীল আৰু জ্ঞানৱান হয়, সেই উদ্দেশ্যে ঘৰখনকে এটি জ্ঞানমন্দিৰত ৰূপ দিবলৈ মানস কৰিছিল। তেওঁ ঘৰতে বন্ধু চন্দ্ৰনাথ শৰ্মাৰ স্মৃতিত 'চন্দ্ৰনাথ শৰ্মা গৃহ পুথিভঁৰাল' স্থাপন কৰি দিছিল। সেই পুথিভঁৰালটো আজিও তেওঁৰ ঘৰত চলি আছে।

দণ্ডিনাথ কলিতাই ঘৰৰ সকলোকে স্বাৱলম্বী হ'বলৈ শিকাইছিল।



পত্নীয়ে তাঁতশালত প্ৰয়োজনীয় কাপোৰ-কানি বৈছিল। ছোৱালী কেইজনীৰ প্ৰত্যেককে পাকৈত শিপিনীৰূপে গঢ়ি তুলিছিল। ঘৰত বোৱা কাপোৰ-কানিহে সকলোৱে ব্যৱহাৰ কৰিছিল। কলিতাদেৱৰ পিছত ঘৰখনৰ পৰিচালনাৰ দায়িত্ব লৈছিল পত্নী কমলেশ্বৰীয়ে। তেওঁৰ দিনতো প্ৰচলিত ৰীতি-নীতিৰ কোনো ব্যতিক্ৰম ঘটা নাছিল।

কলিতাদেৱে ডেকাকালত খৰি ফলাকে আদি কৰি ঘৰৰ যাৱতীয় কাম নিজে কৰিছিল। প্ৰয়োজনীয় বাঁহ-বেতৰ সজুলিবোৰ নিজহাতে তৈয়াৰ কৰি লৈছিল। ল'ৰাহঁতকো প্ৰতিটো ঘৰুৱা কাম শিকাইছিল; আৰু সেই কামত উৎসাহ দিছিল। ভাটী বয়সত কিছুমান কাম নিজে কৰিব নোৱাৰা হোৱাত পুত্ৰসকলৰদ্বাৰা কৰাইছিল। তেওঁৰ এটা খেৰৰ ঘৰ আছিল। ল'ৰাসকলক ঘৰৰ ছাল ছিওৱা কামত ছালৰ ওপৰত উঠাই দি তলত থাকি কেনেকৈ খেৰ আদি পাৰিব লাগে, কেনেকৈ কামীত গাঁঠি আদি দিব লাগে নিৰ্দেশ দি গৈছিল। এনেকি ঘৰৰ শৌচাগাৰ পৰ্যন্ত তেওঁ নিজহাতে পৰিষ্কাৰ কৰিছিল।

## পুত্ৰশোক

জীৱনত কলিতাদেৱে এটা ডাঙৰ শোক পায়। পুত্ৰসকলৰ মাজত ডাঙৰ আছিল হিৰণ্যৰঞ্জন। অকল বয়সতে নহয়, গুণতো হিৰণ্য আছিল জাকত-জিলিকা। বিনয় সৰলতা, সত্যবাদিতা, ন্যায়পৰায়ণতা আদি সকলো গুণেৰে হিৰণ্য বিভূষিত আছিল। হাই-স্কুলত পঢ়া অৱস্থাতে সাহিত্যৰ ক্ষেত্ৰত তেওঁ সুনাম অৰ্জন কৰিব পাৰিছিল।

সাহিত্য চৰ্চাৰ উপৰি শিক্ষা প্ৰচাৰ, সমাজ সংগঠন আদিত দেউতাকৰ আদৰ্শকে গ্ৰহণ কৰিছিল। কোনোদিনে ৰাগীয়াল বস্তু মুখত নিদিছিল। আনকি শেষৰ তিনি বছৰতহে হেনো চাহ খাবলৈ লৈছিল।

সেইবাৰ তেজপুৰ পাৰিজাত সংঘৰ যোগেদি ভোগালী বিহু সন্মিলন পাতিবলৈ আয়োজন চলিছিল। প্ৰধান উদ্যোক্তা হ'ল সংঘৰ

সম্পাদক হিৰণ্যৰঞ্জন। মুকলি সভাৰ বাবে সভাপতি নিৰ্বাচন কৰা হ'ল সুসাহিত্যিক মহাদেৱ শৰ্মাক। অনুষ্ঠানৰ প্ৰস্তুতি প্ৰায় সম্পূৰ্ণ। সভাত নাচ-গান, দৃশ্যাবৃত্তি, বনগীত, বৰগীত, দেহবিচাৰৰ গীত আদি পৰিবেশনৰ ব্যৱস্থা থাকিল।

সংঘৰ সভাপতি দণ্ডিনাথ কলিতাদেৱ। সভাৰ সকলো আয়োজন তেওঁৰ অনুমোদন ক্ৰমেই আগবাঢ়িছে।

সিদিনাৰ তাৰিখটো আছিল ১৯৪৮ চনৰ ১৭ জানুৱাৰী। বাৰটোও আছিল অমংগলীয়া—শনিবাৰ। — পুৱাতে উঠি হিৰণ্যই শিল্পীসকলক আবেলি আখৰাৰ বাবে লগ লাগিবলৈ দিহা দি অন্য দিনাৰ দৰে খাই-বই কলেজলৈ গ'ল। ইতিমধ্যে নেপথ্যত কালনিয়তিৰ ভেৰী বাজি উঠিছিল। দুপৰীয়া হিৰণ্যই ৰাজপথেৰে কলেজৰপৰা ঘৰমুখে আহি আছিল। একে সময়তে চৰকাৰী ট্ৰেন্সপোৰ্ট গাড়ী এখনো সেই বাটেদি আহিছিল। হঠাতে ফুলকলীয়া হিৰণ্য গাড়ীৰ চকাৰ তলত পৰি গ'ল—আৰু মুহূৰ্ততে প্ৰাণ এৰিলে। এটা সম্ভাব্য প্ৰতিভা এনেকৈ কলিতে মৰহি গ'ল। অসমে এটি উজ্জল ৰত্ন হেৰুৱালে।

মৃত্যুৰ সময়ত হিৰণ্যৰ বয়স আছিল মাত্ৰ সোতৰ বছৰ। ১৯৪৭ চনত প্ৰবেশিকা পৰীক্ষাত উৰ্ত্তীৰ্ণ হৈ দৰং কলেজৰ বাণিজ্য শাখাত ভৰ্তি হৈছিল।

দণ্ডিনাথ কলিতাই আশা ৰাখিছিল তেওঁৰ 'অসম্পূৰ্ণ কাম সি সম্পূৰ্ণ কৰিব'। সেই আশা আৰু পূৰণ হৈ নুঠিল। অংকুৰতে মৰহি গ'ল। পুত্ৰশোকত দণ্ডিনাথ ভাগি পৰিল। ইমান উদ্যোগী পুৰুষ জনাৰ কোনো কামৰ প্ৰতি স্পৃহা নোহোৱা হ'ল। ক'বলৈ গ'লে এই আঘাটেই তেওঁক শয্যাশায়ী কৰি পেলালে।

# অন্তিম জীৱন

শোক সন্তপ্ত কলিতাদেৱ লাহে লাহে মনে-প্ৰাণে দুৰ্বল হৈ আহিব ধৰিলে। স্বাস্থ্য ভাঙি পৰিল। দীৰ্ঘদিন অসুখত ভুগি কিছুদিন তেওঁ ডিব্ৰুগড় মেডিকেল হস্পিতেলত চিকিৎসাধীন হৈ আছিল। কিন্তু স্বাস্থ্যৰ উন্নতি নহ'ল। অগত্যা ঘৰলৈ আহিল। কেবাজনো বন্ধুৱে তেওঁক তেজপুৰ মিছন হস্পিতেলত ভৰ্তি হোৱাৰ পৰামৰ্শ দিলে। কলিতাদেৱে হয়তো নিয়তিৰ অন্তিম ডাক শুনিবলৈ পাইছিল। তেওঁ সকলোকে ক'লে "পৃথিৱীত এনে কোনো নাৰ্চিংহোম নাই য'ত ইহঁতৰ মাকৰ দৰে মোক শুশ্ৰূষা কৰিব পাৰিব।"

সঁচাকৈয়ে সেইসময়ত কমলেশ্বৰীয়ে তেওঁক যেনেভাৱে পৰিচৰ্যাদি কৰিছিল, তাক বৰ্ণনা দিয়া টান। বিছনাত থাকিলে টোপনি আহে বুলি ওৰেটো ৰাতি তেওঁ স্বামীৰ কাষতে বেটৰ চোফা এখনত বহি কটাই দিছিল। প্ৰায় ছমাহ ধৰি আহাৰ নিদ্ৰা ত্যাগ কৰি তেওঁ স্বামীৰ যত্ন লৈছিল। কিন্তু ইমান যত্নয়ো স্বামীক বচাব নোৱাৰিলে। ১৯৫৫ চনৰ ১৫ মে তাৰিখে তেজপুৰৰ লম্বোদৰ বৰা পথৰ নিজা বাসভৱনত কীৰ্তিমান পুৰুষ দণ্ডিনাথ কলিতাদেৱে ৫৫ বছৰ বয়সত অসমবাসীক কন্দুৱাই চিৰশান্তি ধামলৈ যাত্ৰা কৰিলে।

কমলেশ্বৰী দেৱী যথাৰ্থ সহধৰ্মিনীয়ে আছিল। বিধবা হোৱাৰ দিন ধৰি তেওঁ আমিষ আহাৰ গ্ৰহণ কৰা নাছিল। যোৱা ১৯৮৯ চনৰ ১২ নৱেম্বৰ তাৰিখে এই আদৰ্শৱতী নাৰীগৰাকী সন্তান সন্ততি, আত্মীয় স্বজনক সকলোকে শোক সাগৰত পেলাই থৈ স্বামীৰ বাটেৰে স্বৰ্গপুৰীলৈ গতি কৰিলে।

# শিক্ষাবিদ দণ্ডিনাথ কলিতা

দণ্ডিনাথ কলিতাই চাৰিবছৰ কটন কলেজত পঢ়িছিল। এই সময়চোৱাত অধ্যক্ষ চুড্‌মাৰ্চ'ন চাহাবকে কেন্দ্ৰ কৰি কেবাগৰাকী গুণী-জ্ঞানী শিক্ষাগুৰুৰ সান্নিধ্য লাভৰ তেওঁৰ সুযোগ ঘটিছিল। তেওঁ ডিগ্ৰী ল'ব নোৱাৰিলেও অন্ততঃ চুডমাৰ্চ'ন চাহাবৰ দুটা বিশেষ গুণ আহৰণ কৰি আনিলে। তাৰে এটা হ'ল ব্যক্তিত্ব, আনটো হ'ল কৰ্তব্যনিষ্ঠা। পৰৱৰ্তীকালত, বিশেষকৈ শিক্ষক জীৱনত এই গুণ দুটাই তেওঁৰ মহত্ব প্ৰকাশত বৰ সহায় কৰিছিল।

এদিনৰ ঘটনা—অসম চৰকাৰে কানি নিবাৰক আইন গ্ৰহণ কৰিছিল যদিও, কানীয়াৰ সংখ্যা হ্ৰাস পোৱা নাছিল। দৰং জিলাৰ উপায়ুক্ত আছিল এগৰাকী য়ুৰোপীয়ান চাহাব। উপায়ুক্তই আলচ কৰিলে কেনেকৈ মানুহক কানিৰ গৰাহৰপৰা উদ্ধাৰ কৰিব পৰা যায়। কোনোবাই পৰামৰ্শ দিলে যে, কানিৰ অপকাৰিতাৰ ওপৰত নাটক লিখি ঠায়ে ঠায়ে অভিনয় কৰাব পাৰিলে শুভফল পোৱা যাব। পৰামৰ্শটো চাহাবৰ মনত লাগিল; কিন্তু প্ৰশ্ন আহিল কোনে তেনে নাটক লিখি দিব পাৰিব। এজনে চৰকাৰী হাইস্কুলৰ শিক্ষক দণ্ডিনাথ কলিতাৰ নামটো ক'লে।

কলিতাই সিদিনা কোনো এটা শ্ৰেণীত পাঠদানত ব্যস্ত আছিল। এনে সময়তে উপায়ুক্তৰ কাগজ এখন লৈ এজন পিয়াদা আহি হেড-মাষ্টৰৰ কোঠাত হাজিৰ হ'ল। হেডমাষ্টৰে কাগজখন চাই দেখিলে স্বয়ং উপায়ুক্তই দণ্ডিনাথ কলিতাক বিছাৰিছে। তেওঁ লগে লগে স্কুলৰ চকিদাৰক পঠালে কলিতাক মাতি আনিবলৈ।

পাঠদানত ব্যস্ত কলিতাই জনাই দিলে— "যিয়েই নামাতক, কিয়, পাঠদানৰ সময়ত তেওঁ শ্ৰেণী এৰি যাব নোৱাৰে।" চকিদাৰৰ



মুখে দণ্ডিনাথৰ উত্তৰ শুনি হেড্‌মাষ্টৰৰ মূৰ্চ্চা যোৱা অৱস্থা হ'ল। উপায়ুক্তৰ পিয়াদা উভতি গ'ল। হেডমাষ্টৰে ধৰি ল'লে দণ্ডিনাথৰ চাকৰি ইমানতে খতম।

স্কুল ছুটীৰ সময় হৈছে। এনে সময়তে স্বয়ং উপায়ুক্ত আহি হেড-মাষ্টৰৰ সম্মুখত উপস্থিত হ'ল। সকলো শিক্ষকে প্ৰমাদ গণিলে। দণ্ডিনাথ কিন্তু নিৰ্বিকাৰ। কৰ্তব্যনিষ্ঠাৰ বাবে যদি চাকৰি যায় যাব। —চকু মুখত এনে ভাব।

আচলতে কোনো শাস্তিবিধানৰ উদ্দেশ্য লৈ উপায়ুক্ত অহা নাছিল। আহিছিল কৰ্তব্য পৰায়ণ শিক্ষক গৰাকীক নিজ চকুৰে এবাৰ চাই যাবলৈ। উপায়ুক্তই দণ্ডিনাথক প্ৰশংসা কৰিলে। তাৰ পিছত তেওঁক মতাৰ কাৰণ ব্যক্ত কৰিলে। অনুৰোধ জনালে সৰ্বসাধাৰণে কানিৰ অপকাৰিতা সম্বন্ধে এখন অভিনয় উপযোগী নাটক লিখি দিবলৈ।

উপায়ুক্তৰ অনুৰোধ ক্ৰমে দণ্ডিনাথে কানিৰ অপকাৰিতাৰ বিষয়-বস্তুৰ ওপৰত সামাজিক নাটক এখন লিখি উলিয়ালে। নাম দিলে 'মুক্তিৰ অভিযান'। নাটকখনে ৰাইজৰপৰা সমাদৰ পালে।

'বেতৰ আগত বিদ্যা' বুলি আমাৰ সমাজত এটা প্ৰবচন আছে। দণ্ডিনাথ কলিতাই কিন্তু ছাত্ৰক শাৰীৰিক কষ্ট দি বিদ্যা শিকোৱাৰ পক্ষ-পাতী নাছিল। তেওঁৰ মতে মিঠা ব্যৱহাৰেৰে ছাত্ৰৰ উৎকৰ্ষ সাধন কৰিব পাৰিলে স্থায়ী ফল পোৱা যায়। কোনো ছাত্ৰই কেতিয়াবা কিবা বেয়া কাম কৰা দেখিলে, তেনে ছাত্ৰক কাষলৈ মাতি আনি কৈছিল— "তুমি দেখোন ভাল ল'ৰা আছিলা, এতিয়া কিয় বেয়া হ'লা?" এনেদৰে ছাত্ৰৰ মনত আত্মবোধ জগাই দি সৎপথলৈ অনাৰ বাবে চেষ্টা কৰিছিল। আত্মবোধে মানুহক চৰিত্ৰ গঠনত সহায় কৰে।

ছাত্ৰক দৈহিক শাস্তি দিলে কেতিয়াবা বিপৰীত ফল হয়। কোমল মনত বিদ্ৰোহৰ ভাব জন্মে। যেতিয়া ছাত্ৰই নিজৰ ক্ৰুটী নিজে উপলব্ধি কৰিব, তেতিয়া তেওঁৰ মনত স্বাভাৱিকতে অনুশোচনাৰ উদয় হ'ব।

অনুশোচনা ডাঙৰ শাস্তি। আমাৰ শাস্ত্ৰত প্ৰায়চিত্তৰ যি বিধান আছে, সি অনুশোচনাৰে নামান্তৰ।

এদিন প্ৰতাপ হাজৰিকা নামৰ হোষ্টেলত থকা ছাত্ৰ এজনে ৰাতি পলাই বাহিৰৰ কোনো নাচ-গানৰ অনুষ্ঠানত গৈ বাইজী নাচ উপভোগ কৰি আহিল। পিছদিনা শ্ৰেণীত সোমায়ে শ্ৰেণীৰ ল'ৰা-বোৰৰ আগত আগদিনাখন ৰাতি দেখা অনুষ্ঠানত বাইজীয়ে কেনেদৰে নাচিছিল, কেনেদৰে গাইছিল তাক নানা অংগী-ভংগীৰে দেখুৱাব ধৰিলে। এনে অৱস্থাত এবাৰ পিছফালে ঘূৰোতেই দেখা পালে শিক্ষক দণ্ডিনাথ কলিতা থিয় হৈ তাৰ কাণ্ড কাৰখানা চাই আছে। শিক্ষকক দেখিয়েই প্ৰতাপৰ অৱস্থা বেঙেমুতা গৰু যেন হ'ল। থৰ হৈ শিক্ষকৰ শাস্তিৰ প্ৰতীক্ষা কৰি ৰ'ল।

কলিতাদেৱে গম্ভীৰভাৱে ক'লে—"প্ৰতাপ, তুমি আজি কিমান ডাঙৰ দোষ কৰিলা নিশ্চয় বুজি পাইছা। এই দোষৰ বাবে তোমাক কি শাস্তি বিহিলে ভাল হ'ব, সেইটো মই ভাবিব লাগিব।' এইবুলি বহিবলৈ দি পাঠদান আৰম্ভ কৰিলে।

প্ৰতাপে ভয় পালে। সিদিনাৰেপৰা সি কেৱল শিক্ষকৰ শাস্তিৰ বিভীষিকাকে দেখিব ধৰিলে। প্ৰতিদিনে ক্লাছলৈ গৈয়ে ভাবে, আজি হয়তো শাস্তি খাব লাগিব। শিক্ষক কলিতাদেৱেও কিন্তু প্ৰতাপক শাস্তি বিহা বা ঘটি যোৱা ঘটনা ঘূণাক্ষৰেও উল্লেখ কৰা নাই। এনেকৈ এমাহ পাৰ হ'ল। অভাবনীয়ভাৱে সিদিনা কলিতাদেৱে ক্লাছত সোমায়ে প্ৰতাপক ক'লে—"তুমি বোধহয় এতিয়া ভাল হৈছা। ভৱিষ্যতলৈ আৰু এনে দোষ নকৰিবা।"—এমাহযোৱা মানসিক দ্বন্দ্বৰপৰা ৰেহাই পাই ছাত্ৰজনে কান্দি পেলালে, আৰু কৃতদোষৰ বাবে ক্ষমা খুজিলে।

সেইসময়ত তেজপুৰ হাইস্কুলৰ প্ৰতিগৰাকী শিক্ষকেই আছিল আদৰ্শ পুৰুষ। তেওঁলোকৰ বহুতে শাৰীৰিকভাবে আজি নাই; কিন্তু তেওঁলোকৰ আদৰ্শ অম্লান হৈ আছে। সেই কৃতী আৰু আদৰ্শৱান শিক্ষকসকলৰ অন্যতম হ'ল দণ্ডিনাথ কলিতাদেৱ।



পুৰণি নথি পত্ৰৰপৰা দেখা যায়, কেইবছৰমান একেৰাহে তেজপুৰ চৰকাৰী হাইস্কুলখনৰ পৰীক্ষাৰ ফলাফল চমকপ্ৰদ হৈছিল।[২] অসমৰ ৰাজ্যপাল, মুখ্য আয়ুক্ত, মুখ্যমন্ত্ৰী (তেতিয়া প্ৰধান মন্ত্ৰী) শিক্ষামন্ত্ৰী, শিক্ষাধিকাৰ, স্কুল পৰিদৰ্শক আনকি পৰিবেশৰ বাবে চিভিল চাৰ্জনেও সময়ে সময়ে আহি স্কুল পৰিদৰ্শন কৰিছিল। পৰিদৰ্শনৰ টোকাবোৰত স্কুলখনৰ কৃতিত্বক প্ৰশংসা কৰা হৈছে। যোগ্যতাৰ তালিকাত তেজপুৰ চৰকাৰী হাইস্কুলখন কলিকতা বিশ্ববিদ্যালয়ৰ অন্তৰ্গত হাইস্কুলবোৰৰ ভিতৰত একাদশ স্থানত আৰু অসমৰ ভিতৰত প্ৰথম স্থানত আছিল। পোন্ধৰ বছৰমান মেট্ৰিক পৰীক্ষাত আটাইকেইজন ছাত্ৰই উত্তীৰ্ণ হৈছিল।[৩] তেওঁলোকৰ বহুতে বিশ্ববিদ্যালয়ৰ বিশিষ্ট স্থানো অধিকাৰ কৰি স্কুলৰ লগতে অসমৰ গৌৰৱ বৃদ্ধি কৰি গৈছে।

দণ্ডিনাথ কলিতাই সংস্কৃত, অসমীয়া আৰু অংক শিকাইছিল। অসম উপত্যকাৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক শৰৎচন্দ্ৰ গোস্বামীদেৱে ১৯৩৩ চনৰ ২১ আৰু ২২ ডিচেম্বৰ তাৰিখে তেজপুৰ চৰকাৰী হাইস্কুল পৰিদৰ্শন কৰি পৰিদৰ্শন টোকাত দণ্ডিনাথ কলিতাৰ শিক্ষা পদ্ধতিক এনেদৰে প্ৰশংসা কৰি গৈছে– "Mathematics has been well taught throughout the school. Sjt. Gopinath Medhi, Sjt. Dandinath Kalita and Sjt. Mahikanta Mahanta were to be congratulated on their good work"

শ্ৰেণীত পাঠদান কৰোঁতে শিক্ষক কলিতাদেৱৰ জ্ঞানৰ পৰিধৰ দেখি ছাত্ৰসকলে তৱধ মানিছিল; আৰু সমসাময়িক সাহিত্যিকসকলৰ বিষয়ে থকা তেওঁৰ জ্ঞানৰ পৰিমাণ দেখি মুগ্ধ হৈছিল।

শিক্ষাদানত কেতিয়াবা কলিতাই নিজা উদ্ভাৱিত প্ৰণালী প্ৰয়োগ কৰিছিল। নিজৰ ল'ৰা-ছোৱালীকো ঘৰতে তেনে প্ৰণালীৰে শিক্ষা দি

(২) তেজপুৰ চৰকাৰী হাইস্কুলৰ শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ, পৃঃ ৭৫
(৩) ঐ, পৃঃ ৭৬

সুফল পাইছিল । প্ৰথম পুত্ৰ হিৰণ্যৰঞ্জনক প্ৰাথমিক অক্ষৰদান দিয়াৰ প্ৰসংগত সুৰেন্দ্ৰনাথ বৰুৱাই লিখিছে—"অতি কম সময়ৰ ভিতৰতে এটি নতুন প্ৰণালীৰে শিক্ষা লাভ কৰি হিৰণ্যই অসমীয়া বৰ্ণমালা আয়ত্ব কৰিছিল । এই প্ৰণালীটি দেউতাকে উদ্ভাৱন কৰা । সমান আকাৰৰ ডাঠ কাগজৰ টুকুৰাত সকলো আখৰ লিখি তাৰ মাজৰপৰা আখৰ বাছি ভাললগা বস্তুবিলাকৰ নাম সাজি লিখিব শিকোৱা হৈছিল । স্বাভাৱিকতে এই প্ৰণালীত কোমলমতি ল'ৰাৰ ৰূপ জন্মে । এইদৰে বৰ্ণমালা শিকি প্ৰায় ছমাহমানৰ ভিতৰতে হিৰণ্যই সাধুকথাৰ কিতাপ পঢ়িব পৰা হ'ল । পঢ়িবলৈ শিকাৰ পিছত সৰু শিলগুটি, টকা, আধলি, সিকি, আদমহীয়া, চৰতীয়া, পইচা, ডগা-পাল্লা আদিৰ সাহায্যেৰে তেওঁ নেওতা শিকিলে ।" ( হিৰণ্যৰঞ্জন গ্ৰন্থাৱলী ঃ হিৰণ্যৰঞ্জনৰ পৰিচয়, পৃঃ ৫ )

সকলো দানতকৈ জ্ঞানদান শ্ৰেষ্ঠ বুলি পণ্ডিতসকলে কয় । দণ্ডিনাথ কলিতাই এই জ্ঞান-দানকে জীৱনৰ ব্ৰতৰূপে লৈছিল । তেওঁৰ সান্নিধ্যত শ শ ছাত্ৰই উজ্বল চৰিত্ৰৰ অধিকাৰী হৈ পৰৱৰ্তীকালত সুখৰ আৰু গৌৰৱময় জীৱন যাপন কৰিবলৈ সমৰ্থ হৈ উঠিছে । আজিও তেওঁৰ গুণমুগ্ধ ছাত্ৰৰ অভাৱ নাই ।

# দণ্ডিনাথ কলিতাৰ প্ৰগতিবাদী চিন্তা

যি সময়ত দণ্ডিনাথ কলিতাই জন্মগ্ৰহণ কৰিছিল, সেই সময়ত এলান্ধুকলীয়া কুসংস্কাৰবোৰে অসমীয়া সমাজখন একেবাৰে আচ্ছন্ন কৰি ৰাখিছিল । চৰকাৰী আইন কানুনে গাঁওৰ অশিক্ষিত মানুহক ঢুকি নাপাইছিল । অধিকাৰ পুৰোহিতসকলৰ কথাই আছিল তেওঁলোকৰ মানত বেদবাক্য । অস্পৃশ্যতাই কৰ্কট ৰোগৰ দৰে সমাজখনক খুলি খুলি খাই দুৰ্বল কৰি পেলাইছিল । কানিৰ গৰাহত এচাম মানুহৰ প্ৰাণ যাওঁ যাওঁ হৈ পৰিছিল । বাল্য বিবাহ, বিধৱা বিবাহৰ ওপৰত চৰকাৰে গ্ৰহণ কৰা সংস্কাৰমূলক আইন অল্পবিদ্যাৰ পুৰোহিতসকলৰ অপব্যাখ্যাৰ কোবত দূৰতে বিদূৰ হৈ ৰৈছিল ।

স্বাধীন অসমত ৰাজ্যৰ সীমা আছিল সুৰক্ষিত । সেয়ে বিদেশী বুলি কোনো সমস্যা নাছিল । অৱশ্যে যুদ্ধবন্দী হিচাপে, তীৰ্থ পৰ্যটক হিচাপে বা ৰজাৰ আমন্ত্ৰণক্ৰমে বিভিন্ন সম্প্ৰদায়ৰ লোক অসমলৈ আহিছিল । কিন্তু তেওঁলোক ৰাজ ছত্ৰছাঁয়াত হাড়ে হিমজুৱে অসমীয়া হৈ পৰিছিল । ইংৰাজৰ দিনত অসম ভাৰতৰ এখন অংগ ৰাজ্যত পৰিণত হ'লত, নানা কাৰণত অসমলৈ অন্য প্ৰদেশৰ লোকৰ প্ৰব্ৰজন ঘটিল । তাৰে ভিতৰৰ বহুতে আকৌ গোজেই গজালি হ'ল । ভাষা সংস্কৃতি, বেপাৰ-বাণিজ্য, খেতি-বাতি সকলোতে সেইসকলৰ অবাধ টিঘিল-ঘিলনি চলিব ধৰিলে ।

এনে সন্ধিক্ষণত অসমত হেমচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, কমলাকান্ত ভট্টাচাৰ্য, অম্বিকাগিৰি ৰায়চৌধুৰী প্ৰভৃতি কেইগৰাকীমান সংস্কাৰক তথা জাতীয়তাবাদী পুৰুষৰ জন্ম হ'ল । তেওঁলোকে সমাজৰ প্ৰচলিত

অন্যায় অবিচাৰ, অন্ধ আচাৰ-বিচাৰৰ বিৰুদ্ধে প্ৰতিবাদ কৰিলে । স্বাধিকাৰ প্ৰতিপন্নৰ অৰ্থে সিংহৰ দৰে গৰজি উঠিল । দণ্ডিনাথ কলিতাদেৱো আছিল সেই দেশহিতৈষী পুৰুষসকলৰে উত্তৰাধিকাৰী সংস্কাৰকামী তথা প্ৰগতিবাদী পুৰুষ ।

কলিতা আছিল সংস্কৃত ভাষাৰ বিদগ্ধ পণ্ডিত । পাশ্চাত্য শিক্ষাৰেও শিক্ষিত । সমাজৰ ৰক্ষণশীলসকলক তেওঁ হিন্দুৰ শাস্ত্ৰানুমোদিত অনুশাসনবোৰ উদাৰ আৰু বিজ্ঞান সন্মতভাবে ফঁহিয়াই দেখুৱাবলৈ যত্ন কৰিছিল । তেওঁৰ কবিতা, নাটক, উপন্যাস, গল্প আদিত প্ৰগতিবাদী চিন্তাৰ পৰিচয় পাওঁ ।

দণ্ডিনাথ কলিতাৰ সামাজিক কামকাজৰ সংগী আছিল চন্দ্ৰনাথ শৰ্মা । বাল্যকালৰপৰাই সমাজৰ কুসংস্কাৰৰ বিৰুদ্ধে দুয়ো প্ৰতিবাদ কৰি গৈছে । এদিনৰ ঘটনা—“চন্দ্ৰনাথ দণ্ডিনাথৰে সৈতে শ্ৰীযুত মহাদেৱ শৰ্মাৰ ঘৰলৈ গৈছিল । তেওঁলোকে এজন মহন্ত সত্ৰাধিকাৰৰ নওলা মুখেদি পাৰ হৈ গ'ল । সত্ৰ পাৰ হৈ যোৱাৰ পিছত এটা ল'ৰাই গৈ ক'লে ‘প্ৰভু ঈশ্বৰে আপোনালোকক লগ পাব খুজিছে । কিয় মাতিছে একো বুজিব নোৱাৰি আৰু ল'ৰাটোৰপৰাও একো শুংসূত্ৰ নাপাই দুয়ো উলটি খোজ ল'লে । চন্দ্ৰনাথৰ ভৰিত জোতা আছিল । তেওঁ তাক পদূলি মুখতে সোলোকাই থ'লে, আৰু দুয়ো গৈ গোসাইৰ চ'ৰাত উপস্থিত হ'ল । মতাৰ কাৰণ তেওঁলোকে তেতিয়াও বুজা নাছিল । গৈ পোৱাৰ লগে লগে অধিকাৰে তৰ্জন-গৰ্জন কৰি ক'লে—“তহঁতৰ ইমান সাহ, মোৰ পদূলিৰ আগেদি জোতা পিন্ধি, ছাটি মেলি যাব । এতিয়া তাৰবাবে হয় তহঁতে দণ্ড দে নহ'লে তহঁতৰ ছাতি কাঢ়ি লোৱা হ'ব ।'[৪]

অধিকাৰৰ কথা শুনি দুয়োজনে সেই অজ্ঞাত আৰু প্ৰথম অপৰাধৰ বাবে বিনীতভাৱে ক্ষমা খুজিলে, কিন্তু গোসাইৰ কোব চৰিহে উঠিল । যি নহওক, বহুটো তৰ্ক-বিতৰ্ক আৰু উপৰোধ-অনুৰোধৰ পিছত অধিকাৰে

(৪) দণ্ডিনাথ কলিতা প্ৰণীত ‘কৰ্মবীৰ চন্দ্ৰনাথ’ ৰপৰা উদ্ধৃত,। পৃঃ ১৮-১৯



দণ্ডৰ জোখ লাহে লাহে কমাই আনি শেষত চাৰি অনাত খুঁটি পুতিলে, আৰু তাকো দিবলৈ অপৰাধী দুজনে আপত্তি ক'ৰা দেখি পূৰ্বোক্ত পাৰিষদক ছাতি কাঢ়ি লবলৈ সংকেত দিলে । ‘প্ৰভুৰ’ এই সংকেত পোৱা মাত্ৰেই ল'ৰাটোৱে চিলা অহা দি ছাঁতিত ধৰিলে । অবুজ গোসাইক কোনোমতে বুজাব নোৱাৰি আগত্যা চন্দ্ৰনাথে জেপৰপৰা পকা শিকি এটা উলিয়াই দি নিষ্কৃতি লাভ কৰিলে । ওলাই আহি তেওঁ দেখিলে জোতাযোৰ নাই । অনুসন্ধান কৰি জানিব পাৰিলে, পদূলিৰ আগেদি নিব নোৱাৰা জোতাযোৰ কোনোবা পাৰিষদৰদ্বাৰা বাজেয়াপ্ত হৈ পূৰ্বৰ অপবিত্ৰতা ধুই-মচি ‘প্ৰভুৰ’ টোলত বিৰাজ কৰিছিল । লৰালৰিকৈ তাৰ উদ্ধাৰৰ আয়োজন নকৰা হ'লে সি যে সশৰীৰে বৈকুণ্ঠ লাভ কৰিলেহেঁতেন তাত সন্দেহ নাই ।”

দণ্ডিনাথে যিটো ৰীতি গৰ্হিত বুলি বিবেচনা কৰিছিল, তাৰ বিৰোধিতা কৰিছিল । অৱশ্যে কেতিয়াবা সেই সৎসাহসৰ বিৰূপ প্ৰতিক্ৰিয়াও নঘটাকৈ থকা নাছিল । নিজ পিতৃ শ্ৰাদ্ধৰ দিনা এনে ঘটনা এটিৰ তেওঁ সাহসেৰে সন্মুখীন হৈছিল ।

শ্ৰাদ্ধত বিভিন্ন সম্প্ৰদায়ৰ লোকক নিমন্ত্ৰণ কৰিছিল । ভোজনৰ সময়ত সকলোকে একেলগে বহাৰ ব্যৱস্থা কৰি দিলে । কিছুমানে এনে ব্যৱস্থাত অসন্তুষ্ট হৈ নোখোৱাকৈ গুচি গ'ল । দণ্ডিনাথে এই কথালৈ একো ভ্ৰূক্ষেপ নকৰিলে ; বৰং হৰিজন আৰু মগনীয়াসকলক উদৰ পূৰাইহে খুৱালে । দক্ষিণাও দিলে কেৱল মগনীয়াসকলকহে ।

ছুৱা-ধুতি বিচৰাসকলৈ কলিতাদেৱে সকীয়াইছে এই বুলি—

‘ছুচুৰি ছুচুৰি কৰি দেও পাৰিছ,
কথাৰ যে লোৱা নাই গম,
কোন নো সৰুবৰ তাৰ চিন ওলাব
যিদিনা আহিব যম ।’

( বীণাৰ ঝংকাৰ ঃ অসমীয়া ভাই )

বিয়াত দৰা বা কইনাক নিমন্ত্রিত আত্মীয় স্বজন বা বন্ধুবান্ধৱে-উপহাৰ দিয়া এটা প্রথা আমাৰ সমাজত পূর্বাপৰ চলি আহিছে। কলিতাদেৱে এইটো কুপ্রথা বুলি গণ্য কৰিছিল। তেওঁ নিজৰ বিবাহৰ নিমন্ত্রণী পত্রত কোনো উপহাৰ নানিবলৈ অনুৰোধ কৰা আছিল। পিছত এই কথাটো মানুহৰ মাজত আলোচনাৰ বিষয়বস্তু হৈ উঠিছিল।

স্পষ্টবাদিতা দণ্ডিনাথ কলিতাৰ আছিল অন্য এক গুণ। এবাৰ এজন ব্রাহ্মণৰ ছোৱালীক এটা কৈৱৰ্ত সম্প্রদায়ৰ ল'ৰাই পলুৱাই নিলে। কথাটো ৰৌজাল-বৌজাল হৈ চাৰিওফালে বিয়পি পৰিল। শুনা-সকলে 'হৰি হৰি' স্মৰিলে।

ছোৱালীৰ পিতাক আছিল কোনো এখন হোটেলৰ মালিক। এদিন কথা প্রসংগত তেওঁ দণ্ডিনাথ কলিতাৰ আগত কৈৱৰ্তৰ ল'ৰাৰ কুকর্মৰ কথা দোহাৰি ক্ষোভ প্রকাশ কৰিলে। তেওঁৰ বক্তব্য শুনাৰ পিছত কলিতাই ক'লে — "ইয়াতনো আপত্তি কৰিবলগীয়া কিটো আছে। আপোনাৰ আৰু ল'ৰাৰ ঘৰৰ ব্যৱসায়চোন একেই। আপুনি হোটেলত মাছ ভাজি বিক্রী কৰে, সিহঁতে জানিবা কেঁচামাছ বিক্রী কৰে।" ছোৱালীৰ বাপেকক তেওঁ আচলতে চুঙা চাই সোপা দিলে।

দণ্ডিনাথ কলিতা শাস্ত্রীয় বিধিৰ প্রতি শ্রদ্ধাশীল আছিল। স্মৃতি-অনুমোদিত ক্রিয়াকর্মও তেওঁ মানিছিল। কিন্তু সেইবোৰৰ পবিত্রতা ৰক্ষা কৰাটো তেওঁ বিচাৰিছিল। অশুদ্ধ মন্ত্র মাতি পুৰোহিতে নিৰীহ যজমানক ভুৱা দিয়াতো তেওঁৰ সহ্য নহৈছিল। নিজৰে বৰ জীয়েকৰ বিয়াত এনেকুৱা এটা ঘটনা ঘটিছিল।

বিয়াত পুৰোহিতে পাঠকৰা মন্ত্রবোৰৰ উচ্চাৰণ বৰ শুদ্ধ হোৱা নাছিল। তেওঁ পুৰোহিতক বুজালে মন্ত্রৰ প্রতিটো শব্দৰ বুৎপত্তিগত অর্থ কি? যদি মন্ত্রোচ্চাৰণ শুদ্ধই নহয়, তেনে তাৰ ক্রিয়াও নহয়। প্রকৃত উচ্চাৰণবোৰ কেনেকুৱা হ'ব লাগে তেওঁ পুৰোহিতক শিকাই দিলে।



ইফালে জোঁৱায়েকজনো আছিল সংস্কৃতত দখল থকা। তেৱোঁ কলিতাদেৱৰ অর্থাৎ শহুৰেকৰ কথাক সমর্থন জনালে। শেষত পুৰোহিতে মন্ত্র শুদ্ধকৈ মাতিবলৈ বাধ্য হ'ল। বিয়াখন ইমান দীঘলীয়া হ'ল যে শেষ হওঁতে পুবে ধলফাট দিলে।

বিধৱা, পতিতা উদ্ধাৰ ('আৱিস্কাৰ') মন্ত্রৰ বলত ধন বৃদ্ধি কৰি ধনী হোৱাৰ বাসনা ('অদৃষ্ট'), বাল্য বিবাহ, আৰু ছোৱালীৰ গা-ধন লোৱা ('ৰহঘৰা') গৌৰীদানৰ নামত কিশোৰী কন্যাক বৃদ্ধৰ লগত বিয়া দিয়া ('সাতসৰি'), অসবর্ণ বিবাহ ('সাতসৰি'), মিৰি পামত দা-কটাৰী, লাঠি-টাঙোন লৈ মাটি দখল কৰিবলৈ যোৱা বাপুসকলৰ গালৈ মিৰিয়নীয়ে ভাতৰ পোতনি ছটিয়াই দিয়াত জাতকুল যোৱাৰ ভয়ত বাপুসকলৰ পলায়ণ আদি বহু কথা ব্যংগ কবিতা আৰু গল্পৰ ছলেৰে সমাজৰ দোষ-গুণবোৰ তেওঁ চিত্রিত কৰি গৈছে। অসমৰ থলুৱা সকলো লোক এক—সি হিন্দুৱে হওক বা মুছলমানেই হওক। 'পৰাচিত' নাটকত মোবাৰক নামৰ এজন অসমীয়া মুছলমানে কৈছে "বিদেশীক লাই দি আমাৰ দেশখন লণ্ড-ভণ্ড কৰিবলৈ এৰি দিব নোৱাৰো। ইহঁতৰ উপদ্রৱ বন্ধ কৰা প্রত্যেক অসমীয়াৰ কর্তব্য। তেনেহলে তেওঁ হিন্দুৱেই হওক, মুছলমানেই হওক নাইবা খৃষ্টানেই হওক।"

সদাচাৰৰ ওপৰত দণ্ডিনাথ কলিতাই বিশেষ গুৰুত্ব আৰোপ কৰিছিল। —"ধর্মৰ প্রমাণ হৈছে— বেদ, স্মৃতি, শীল, সদাচাৰ আৰু আত্মসন্তুষ্টি। যিটো নিয়ম বেদ বা স্মৃতিয়ে, শীল বা সদাচাৰে অনুমোদন কৰে, আৰু যাক মানি নিজে সন্তোষ পোৱা যায়, তাকে মানিব লাগে।··· বেলেগ বেলেগ শ্রুতি-স্মৃতিৰ ব্যৱস্থা থাকিলে দুয়োটাকে সমানে বলী বুলি ধৰিব লাগিব, যাৰ যিটোৱে ভাল লাগে, তাকে গ্রহণ কৰাত কোনো দোষ হ'ব নোৱাৰে।" (আত্মনন্দৰ আত্মকাহিনী)

কলিতাই বৈজ্ঞানিক দৃষ্টিৰে বেদাচাৰ বা লোকচাৰ পালনৰ যুক্তিযুক্ততা প্রতিপন্ন কৰিবলৈ যত্ন কৰিছে। তেওঁৰ মতে জন্ম-মৃত্যুজনিত

অশৌচবোৰ স্বাস্থ্য-নীতিৰ লগত সম্পৰ্ক থকা। পৰম্পৰাগত আচাৰো ধৰ্মৰ অংগ। কিন্তু এই আচাৰে গৈ কদাচাৰত পৰিণত হ'লে ই সমাজৰ ক্ষতিকাৰক হয়। এইক্ষেত্ৰত সাতপুৰুষৰ নিয়মো ত্যাগ কৰা বাঞ্ছনীয়।

ভাততকৈ জাতৰ ওপৰত অধিক মূল্য আৰোপ কৰা এজন ভকতৰ 'মেধি তীৰ্থলৈ যায়' ব্যংগ কাহিনীটো দণ্ডিনাথ কলিতাৰ উল্লেখযোগ্য কবিতা। কলিয়াবৰৰ মেধিয়ে জাহাজত উঠি তীৰ্থ কৰিবলৈ যাওঁতে বাটত ভুলতে 'মেখেলা পিন্ধা 'বটলাৰ'ৰ হাতেৰে ভাত খালে। জাত যোৱাত মেধিয়ে পানীতে দেহত্যাগ কৰি প্ৰায়চিত্ত কৰিলে। পিছত লগৰ মানুহবোৰে মেধিৰ শটো দাহকে কৰিব নে কবৰকে দিব এই লৈ তৰ্ক জুৰিলে। শেষত এজন পণ্ডিতে সিদ্ধান্ত দিলে—

'তোলাৰ সকাম নাই
প্ৰভুৰ ইচ্ছাত মৰিও কিজানি
মেধি তীৰ্থলৈ যায়।'

এইদৰে মুছলমানৰ হাতে ভাত খোৱা হিন্দু মেধিৰ শটো দাহো কৰা নহ'ল, কবৰো দিয়া নহ'ল— পানীৰ ওপৰতে উহ্য সৎকাৰ হৈ ৰ'ল।

কলিতা বিধৱা বিবাহৰ সমৰ্থক আছিল। যদি ঘৈণীয়েক মৰিলে পুৰুষে পুনৰ বিয়া কৰাব পাৰে (লাগে তেওঁৰ বয়স যিমান কুৰিয়ে নহওক), তেনেহ'লে 'স্বামী নৌদেখোঁতেই' বাৰী হোৱা কন্যাই পুনৰ স্বামী গ্ৰহণ কৰিব নোৱাৰাৰ কোনো কাৰণ নাই। 'আৱিস্কাৰ' উপন্যাসখনত মাধৱ নামৰ ডেকাজনে মালৱিকা নামৰ বিধৱা ছোৱালী এজনীক বিয়া কৰোৱা দেখুওৱা হৈছে। মাধৱৰ যুক্তি হ'ল—"যদি বিধৱাই নিজে পুনৰ্বিবাহ কামনা কৰে, যদি বিধৱাৰ বয়স থাকে, আৰু উপযুক্ত সন্তান নাথাকে তেতিয়া বিধৱাই পুনৰ স্বামী গ্ৰহণ কৰিবলৈ ইচ্ছা কৰিলে তাক বাধা দিয়া অনুচিত।"

# দণ্ডিনাথ কলিতাৰ সাহিত্যিক অৱদান

দণ্ডিনাথ কলিতা অসমীয়া পঢ়ুৱৈ সমাজত এগৰাকী প্ৰথিতযশা সাহিত্যিক হিচাপে সমাদৃত। সাহিত্যৰ ক্ষেত্ৰত তেওঁ আছিল এজন বহুমুখী প্ৰতিভাসম্পন্ন পুৰুষ। সাধাৰণতে ব্যংগ সাহিত্যৰ ৰচক হিচাপে পৰিচিত হ'লেও, তেওঁৰ কেবাখনি গহীন পুথিও আছে। ছাত্ৰ-উপযোগী পাঠ্যপুথিও তেওঁ প্ৰণয়ন কৰি গৈছে। শিশুসকলৰ মনোৰঞ্জনৰ বাবেও লিখিছে। কোনো যশপ্ৰাৰ্থী হৈ তেওঁ সাহিত্য-চৰ্চা কৰিবলৈ লোৱা নাছিল। তথাপি তেওঁৰ মেটমৰা সাহিত্য-কৃতিৰ বাবে তেওঁ আজি মৰিও অমৰ। বিনাশীকালৰপৰা হাতসৰাৰ একমাত্ৰ উপায় হ'ল সাহিত্য।

দণ্ডিনাথ কলিতা জন্ম সাহিত্যিক বুলি ক'লেও বঢ়াই কোৱা নহয়। বাল্যকালৰপৰাই তেওঁৰ মনত যে সাহিত্যৰ স্ফুৰণ ঘটিছিল তাৰ প্ৰমাণ পোৱা যায়।

তেতিয়া দণ্ডিনাথ, হাইস্কুলৰ অষ্টমমানৰ ছাত্ৰ। দণ্ডিনাথ চন্দ্ৰনাথ আৰু হেমচন্দ্ৰ (পিছত ডাঃ হেমচন্দ্ৰ বৰুৱা এম, বি, কেপ্তেইন) এই তিনি বন্ধুৱে লগলাগি এখন হাতেলিখা আলোচনী উলিয়াবলৈ স্থিৰ কৰে। আলোচনীখনৰ নামকৰণ কৰা হ'ল —'চেতনা'। সিদ্ধান্ত হ'ল তাত দণ্ডিনাথে কবিতা আৰু আন প্ৰৱন্ধৰ উপৰিও উপন্যাস এখন ধাৰাবাহিকভাৱে লিখিব, হেমচন্দ্ৰ বৰুৱাই প্ৰতিসংখ্যাত একোটি ঐতিহাসিক প্ৰবন্ধ দিব। সম্পাদক নিৰ্বাচিত হ'ল—চন্দ্ৰনাথ শৰ্মা।

নিৰ্ধাৰিত সময়ত 'চেতনাৰ' ১ম আৰু ২য় সংখ্যা ওলাল। তৃতীয় সংখ্যাও ওলাওঁ ওলাওঁ। এনেতে এটা ঘটনা ঘটিল। নিতান্ত কাকতালীয়ভাৱে। শ্ৰেণীত গোলাপ নামৰ ল'ৰা এজনে সংস্কৃত কিতাপৰ তলত 'চেতনা'ৰ দ্বিতীয় সংখ্যাটো ৰাখি মচগুল হৈ পঢ়ি থাকোতে

ধৰা পৰে। লগে লগে হেডমাষ্টৰলৈ ৰিপোৰ্ট যায়। হেডমাষ্টৰে 'চেতনা'খন নি তাত দণ্ডিনাথে লিখা 'প্ৰিয়তমাৰ চিঠি' নামৰ কবিতাটো পঢ়ি একেবাৰে নাক কোঁচাই পেলালে। তেওঁ দ্বিতীয় সংখ্যাটোও হাত কৰিলে।

কিন্তু কথা ইমানতে শেষ নহ'ল। 'চেতনা'ৰ সম্পাদকমণ্ডলীৰ ওপৰত বিচাৰ চলিল আৰু সম্পাদকৰপৰা লিপিকাৰলৈকে সকলোৱে অৰ্থদণ্ড ভৰিব লগা হ'ল। ইমানতে 'চেতনা'ই চকু মুদিলে।



# কাব্যিক প্ৰতিভা

দণ্ডিনাথ কলিতাৰ কাব্য-প্ৰৱাহত মাইকৈ তিনিটা সুঁতি পৰিলক্ষিত হয়— গহীন কবিতা: ব্যংগ বা ৰহস্য কবিতা আৰু কাব্য।

## গহীন কবিতা

নিচেই সৰু কালৰেপৰা দণ্ডিনাথ কলিতাই কবিতা লিখিবলৈ লৈছিল। অষ্টম শ্ৰেণীত পঢ়োঁতে লিখা কবিতাবোৰৰপৰা বাছি বাছি দুখন কবিতাৰ পুথি যুগুতালে। এখনৰ নাম 'বীণা' আনখনৰ নাম 'নৱজীৱন'। পিছত 'নৱজীৱন'ৰ পাণ্ডুলিপিটো হেৰাল। 'বীণা'খন 'বীণাৰ ঝংকাৰ' নামেৰে ১৯৫১ চনত ছপা আকাৰে প্ৰকাশ হৈ ওলায়।[৫]

'বীণাৰ ঝংকাৰ' ছকুৰি এটা কবিতাৰ সমষ্টি। তাত কেবাটাও উৎকৃষ্ট কবিতা সন্নিবিষ্ট হৈছে। 'বাজ বীণা মোৰ' এটি মনোৰম হিয়া উদ্দীপ্ত কৰা কবিতা। ভাব, ভাষা আৰু ছন্দৰ মাধুৰ্যই সহজে পাঠকৰ মনত আনন্দ সঞ্চাৰ কৰে। আশাবাদী কবিয়ে গাইছে—

'বাজ বীণা মোৰ আৰোপি তন্ত্ৰীত
মৃত সঞ্জীৱনী তান
দীনতা হীনতা জৰা মৃত্যু শোক
কামনা ভাবনা যাতনা গুচোক।
নতুন তেজেৰে হ'ই তেজীয়ান
জাগক অমৰ প্ৰাণ
বাজ বীণা মোৰ আৰোপি তন্ত্ৰীত
মৃত সঞ্জীৱনী তান।'

(৫) পাতনি 'বীণাৰ ঝংকাৰ'।

সমাজৰ ভেদাভেদ আঁতৰা বিশ্ব মন্দিৰত একেটি মানৱ পৰিয়ালৰ ৰূপ কল্পনা কৰি কবিয়ে কৈছে—

'বাজ বীণা মোৰ সাম্য মন্ত্রৰ
বিস্তাৰি ইন্দ্রজাল।
গুচক প্রভেদ প্রভাৱত তাৰ
উত্তম অধম ৰজাৰ প্রজাৰ
বিশ্ব মন্দিৰত হোক এটি মাথো
মানৱৰ পৰিয়াল।
বাজ বীণা মোৰ সাম্য মন্ত্রৰ
বিস্তাৰি ইন্দ্রজাল।

কলিতাৰ 'বাজ বীণা মোৰ' কবিতাটোৱে লক্ষ্মীনাথ বেজবৰুৱাৰ 'বীণ বৰাগী' কবিতালৈ মনত পেলায়।

'বিৰহীৰ বিলাপ' নিঃসন্দেহে তেওঁৰ এটি উচ্চখাপৰ কবিতা। কবিতাটো বাল্মীকিৰ ৰামায়ণৰ ছাঁ লৈ লিখা। ৰাৱণে সীতাক হৰি নিয়াৰ পিছত পম্পা সৰোবৰৰ পাৰত থিয় হৈ ৰামে প্রিয়া-বিৰহত বিলাপ কৰিছে। ইয়াত কবিয়ে নাহৰৰ কোঁহে কোঁহে প্রিয়াৰ অধৰ ময়লাত প্রিয়াৰ নিশ্বাস, কুলিৰ কণ্ঠত প্রিয়াৰ মাত সুঁৱৰিছে। 'বিৰহী বিলাপ'ৰ প্রাকৃতিক বর্ণনা অতি মনোৰম আৰু সজীৱ।

সমাজত ধর্মৰ নামত ভেদাভেদ সংকীর্ণতা আৰু ভণ্ডামি দেখি কবিৰ মন বিদ্রোহী হৈ উঠিছে। যি ধর্মই পাপীৰ পাপ তাপ গুচাব নোৱাৰে, পতিতসকলক উদ্ধাৰ কৰিব নোৱাৰে; প্রত্যেক ঘটতে ঈশ্বৰ অস্তিত্ব দেখুৱাবৰ সমর্থ নহয়—

'নহয় সি ধর্ম মাত্র পন্থা অর্জনৰ
মুখা পিন্ধা ধার্মিক ভণ্ডৰ,
মানিললে ধর্ম বুলি বাঢ়িব মাথোন
সংকীর্ণতা সংকীর্ণ মনৰ।
(ধর্ম আৰু ধর্মমন্দিৰ)



মানৱ জীৱন সফল কৰিবলৈ কুচুট কপটতা এৰি কবিয়ে সকলোকে আহ্বান জনাইছে—

'দপ্‌দপ্‌ দপ্‌দপ্‌ আগবাঢ়োঁ আহা ভাই,
* * * * *
কুসংস্কাৰ বান্ধোন কাটি
গঢ়িম আমি বীৰৰ জাতি
জ্ঞানত কর্মত সমান খোজত বিশ্বৰ মাজত লম ঠাই।'
(আগবাঢ়োঁ আহা ভাই).

'সৌন্দর্যৰ ৰাণী' তেওঁৰ কাব্য সাধনাৰ মূল উৎস। 'সৌন্দর্য ৰাণী'ৰ ৰূপ হৃদয়ত ধ্যান কৰি কাব্যসাধনাত ব্রতী হৈছে।

'তোমাৰ ৰূপত দীপ্ত ভুৱন
তৃপ্ত সকলো সৌন্দর্যসেৱী
সুন্দৰৰ ৰাজ্য ত্রিলোক বিয়পা
অধিষ্ঠাত্রী তাৰ তুমিয়ে দেৱী
* * *
যিফালে চাওঁ বিশ্বৰ বুকুত
তোমাৰ বাহিৰে নেদেখোঁ আন
সুন্দৰ ৰাজ্যৰ তুমি মহাৰাণী
সকলো সৌন্দর্য তোমাৰে দান।'

'সৌন্দর্য ৰাণী' ৰূপ মাধুৰীৰদ্বাৰা চিত্তত প্রশান্তি লাভ কৰি কবিয়ে বিশ্বৰ অন্য সমস্যাৰ মাজত প্রৱেশ কৰিছে।

নিজৰ স্বার্থৰ কাৰণে দেৱতা অসুৰ মিলি সাগৰ মন্থন কৰাত সাগৰৰ বুকুত সোমাই থকা চন্দ্ৰৰ বিচ্ছেদ ঘটিল। সাগৰৰ পুনৰ আহ্বানত চন্দ্রই কৈছে— জগতৰপৰা যিদিনা স্বার্থপৰ দেৱ-দৈত লয় পাব, অন্যায়-অধর্ম আঁতৰি গৈ জগতত পূর্ণশান্তি বিৰাজ কৰিব সেইদিনা দুয়োৰো পুনৰ মিলন ঘটিব।

'ক্ষমতাৰ অৰিয়াঅৰিত আজিও কেনেকৈ মানুহৰ মাজত জোৰকৈ বিচ্ছেদ ঘটোৱা হয়, তাক 'আকৰ্ষণ' নামৰ কবিতাটোৰ জৰিয়তে সাম্যবাদী দৃষ্টিৰে ৰূপকধৰ্মী কৰি বৰ্ণোৱা হৈছে।

'দীপ্তি' দণ্ডিনাথ কলিতাৰ অন্য এখন গহীন কবিতাৰ পুথি। আকাৰত বৰ নহ'লেও ইয়াৰ ভাব আৰু ভাষা গধুৰ। স্বয়ং লক্ষ্মীনাথ বেজবৰুৱাই লিখিছে "দীপ্তিৰ আলোকত আমি নিজে এখোপ ওপৰলৈ উঘাইছোঁ বুলি ভাবো।"

ছাত্ৰাৱস্থাত দণ্ডিনাথে দেশত প্ৰৱলভাৱে বোৱা স্বদেশী আন্দোলনৰ ধুমুহা বৰকৈ অনুভৱ কৰিছিল। হয়তো তেওঁৰ কিশোৰ মনো তাৰদ্বাৰা আলোড়িত হৈছিল ; পাণ্ডুলিপিতে হেৰোৱা তেওঁৰ 'নৱ-জীৱন'ৰ কবিতাবিলাকত 'কিছু পৰিমাণে বৈপ্লৱিক আৰু তাত স্বদেশী আন্দোলনৰ প্ৰভাৱো পৰিছিল' বুলি 'বীণাৰ ঝংকাৰ'ৰ পাতনিতে কবিয়ে নিজে উল্লেখ কৰি গৈছে। হয়তো এইখন পোৱা হ'লে তাত কবিৰ মানস পৰিক্ৰমাৰ অন্য এক উজ্জ্বল দিশ আমি দেখিবলৈ পালোঁহেঁতেন।

কলিতাৰ পৰৱৰ্তী কবিতাৰ পুথিকেইখনত তেওঁৰ বৈপ্লৱিক ভাবটো বৰ স্পষ্ট নহয়। সেইবোৰত ৰাজনৈতিক বিপ্লৱৰ সলনি সামাজিক বিপ্লৱৰ মনোভাৱহে ঘাইকৈ ঠাই পাইছে। 'বীণাৰ ঝংকাৰ'ৰ অন্তৰ্গত 'ভাৰত সংগীত', 'অসম সংগীত', 'আগবাঢ়ো আহা ভাই', 'তই বাঢ়িব লাগিব আগ', আদি কবিতাবোৰত দেশপ্ৰেম আৰু জাতীয় জাগৰণৰ কণ্ঠ উদাত্ত।

## ব্যংগ কবিতা

ব্যংগ সাহিত্যৰ ৰচক হিচাপে অসমীয়া সাহিত্যত হেমচন্দ্ৰ বৰুৱা, বলিনাৰায়ণ বৰা, লক্ষ্মীনাথ বেজবৰুৱাৰ পিছতে দণ্ডিনাথ কলিতাৰ স্থান বুলিব পাৰি। উক্ত পূৰ্বসূৰী লিখকসকলৰ পথেদি তেওঁ সমাজৰ শঠতা, ভণ্ডামি, দুৰ্নীতি, ব্যভিচাৰ আদি নানা ভংগিমাৰে প্ৰকট কৰি দেখুৱাইছে।



হাঁহিয়ে অকল সাময়িক আনন্দকে নিদিয়ে, দুখ নিবাময়ৰ মহৌষধিৰো কাম কৰে। দণ্ডিনাথ কলিতাৰো ব্যংগ ৰচনাবোৰ সস্তীয়া হাঁহিৰ খোৰাক নহয়। তেওঁৰ প্ৰতিটো হাঁহিয়ে সমাজৰূপ মহাবৃক্ষৰ প্ৰতি-ডাল শিপাকে স্পৰ্শ কৰি গৈছে। তেওঁৰ ব্যংগাত্মক কবিতাবোৰ লক্ষ্মীনাথ বেজবৰুৱাৰ ব্যংগ কবিতাবোৰতকৈ অধিক তীব্ৰ, কিন্তু বেজ-বৰুৱাৰদৰে কোনো ব্যক্তি বিশেষৰ প্ৰতি বিদ্ৰূপ বাণ প্ৰয়োগ কৰা নাই। বৰং প্ৰতিটো কবিতাকে মিঠাৰ প্ৰলেপ সনা তিতা বড়ি বুলিহে ক'ব পৰা যায়। পোণ কথাত ব্যক্তিগত আক্ৰমণৰপৰা তেওঁ মুক্ত আছিল। দোষ-ত্ৰুটীবোৰ সামূহিকভাৱে আঙুলিয়াই দেখুৱাইছে।

সেই সময়ৰ অনেক ব্যংগ সাহিত্যিক সমাজৰ পুৰণি মূল্যবোধৰ প্ৰতি বৰ সহনশীল নাছিল। কলিতা নিজে সংস্কৃত সাহিত্যত সুপণ্ডিত হোৱাৰ বাবে প্ৰাচীন শাস্ত্ৰবোৰৰ সাৰ্থকতা উপলব্ধি কৰিবলৈ সক্ষম হৈছিল। পুৰণি মূল্যবোধ ধ্বংস নকৰি যুগধৰ্মৰ লগত ৰজিতা খুৱাই তাৰ গাত থকা মলিবোৰ ধুই-পখালি লোৱাটোৱে আছিল তেওঁৰ দৰ্শন।

ছাত্ৰজীৱনৰেপৰা তেওঁ ব্যংগ কবিতা ৰচনা কৰিছিল। পিছত সেইবোৰ 'ৰহঘৰা', 'ৰগৰ', আৰু 'বহুৰূপী'ত অন্তৰ্ভুক্ত কৰিছে। 'বহুৰূপী'ত লিখকৰ নিবেদনত কৈছে "ইতিপূৰ্বে 'বহুৰূপী'য়ে 'সাহিত্য-সন্মিলন', 'ছাত্ৰ সন্মিলন', 'তেজপুৰ অঃ ভাঃ উঃ সাঃ সভা' আৰু 'সাৰস্বৎ সভা'ত তাৰ বেলেগ বেলেগ ৰূপ দেখুৱাই আহিছে; আৰু 'বাঁহী'ৰ সুৰত নাচিবাগি 'মিলন মন্দিৰ'ৰ অভ্যন্তৰত সোমাই কেবাটাও ৰূপেৰে বহুতৰ লগত সাক্ষাৎ কৰি থৈছে।" 'ৰহঘৰা' ১৯১৬ চনত, 'ৰগৰ' ১৯২২ চনত আৰু 'বহুৰূপী' ১৯২৬ চনত পুথি আকাৰে প্ৰকাশিত হয়।

সাহিত্যৰথী বেজবৰুৱাৰ মতে 'ৰহঘৰা' ৰহঘৰাই হৈছে।" সুসাহিত্যিক মহাদেৱ শৰ্মাই 'ৰহঘৰা'ৰ পাতনিত লিখিছে—"ৰহঘৰা ৰঙৰ কিল। খাওঁতে মিঠা লাগে হওতে, কিন্তু যথাৰ্থতে হাড় ভাগে,

নেখাওঁ বুলিও আমি থাকিব নোৱাৰোঁ। * * * 'ৰহঘৰা'ত খংমুৱা কথা এষাৰিও নাই। হাঁহিমুখে তাৰপৰা হ'ব পৰা বেয়াৰ ফালটো দেখুৱাই দি ইংগিত কৰে মাত্ৰ।

'ৰগৰ' পুথিখনেও এসময়ত অসমীয়া পাঠক সমাজক 'ৰগৰ' লগাইছিল। অসম কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰীয়ে 'চেতনা'ত এই বুলি মন্তব্য কৰিছে— "ৰগৰে নগৰত যেনেকৈ ৰগৰ লগাব. গাঁওভুঁইতো তেনেকৈ 'ৰহইচ' লগাব। 'ৰগৰ' অসমীয়া সাহিত্যৰ মাজত তগৰ ফুল"।

'বহুৰূপী' কলিতাদেৱৰ একে সমধৰ্মী আন এখন ৰহস্য কবিতাৰ পুথি। পুথিখনৰ এনে গুণ যে, পঢ়িলে বা লগত থাকিলে হাঁহিৰ ৰোল উঠে, দুখ বেজাৰ পলাই ফাট মাৰে। কলিতাৰ 'বহুৰূপী'য়ে বহু ৰূপ লৈ পাঠক চিত্তত বিভ্ৰম ঘটোৱা নাই। বৰং সমাজৰ মতি-ভ্ৰম ঘটাসকলৰ বহুৰূপী চৰিত্ৰবোৰ উদঙাইহে দেখুৱাইছে।

'ৰহঘৰা', 'ৰগৰ' আৰু 'বহুৰূপী'ত সেইসময়ৰ অসমীয়া সমাজখনৰ নৈতিক স্খলনৰ একোটা হুবহু চিত্ৰ প্ৰতিফলিত হৈছে। ইংৰাজৰ সংস্পৰ্শত তথাকথিত শিক্ষিত, অৰ্ধশিক্ষিত ল'ৰা-ছোৱালীবোৰে চাহাব-সকলক কেনেদৰে অন্ধ অনুকৰণ কৰি মেম-চাহাব সাজিবলৈ চেষ্টা কৰিছিল, শাস্ত্ৰবিমুখ গুৰু-পুৰোহিতসকলে কেনেকৈ শাস্ত্ৰৰ অপব্যাখ্যা কৰি সাধাৰণ মানুহক ঠগাই জীৱিকা অৰ্জন কৰিছিল, তথাকথিত নেতা-বোৰে লোকেলবোৰ্ড, মিউনিচিপেলিটিৰ মেম্বৰ হৈ কোৰ্ট-কাছাৰীৰ আৰু ৰাজনীতিৰ ভু-ভা নোহোৱা এচামলোকক কেনেদৰে শোষণ কৰিছিল, কানিৰ গৰাহ আৰু অন্যান্য কুসংস্কাৰৰ বশৱৰ্তী হৈ মানুহে কেনেদৰে নিজৰ সৰ্বনাশ মাতি আনিছিল— ইত্যাদি কথাকে উপজীৱ্য হিচাপে লৈ কলিতাদেৱে এই তিনিখন ব্যংগ কবিতাৰ পুথি ৰচনা কৰিছে। অৱশ্যে তাত বৰ্ণিত অসমীয়া সমাজখনৰ আজি বহুত পৰিৱৰ্তন ঘটিছে। তথাপি কিছুমান যথাযথভাৱেই আছে। এনেকি, কিছুমান সমস্যাই উৎকটৰূপো ধৰা বুলি কোৱাৰ থল আছে। সি যি কি নহওক 'ৰহঘৰা',



'ৰগৰ' আৰু 'বহুৰূপী'ৰ চিত্ৰবোৰ সমকালীন পটভূমিত বিচাৰ কৰি চোৱাটো উচিত হ'ব। এই কথা ঠিক যে "কেয়োখনতে তেওঁ নানা বিষয়ত কৌতুক সৃষ্টি কৰিছে, সমাজৰ গ্লানিৰ ওপৰত আঙুলিৰ চোকা নখ বহুৱাই দিছে।" (৬)

'কন্যামেধ'ত তিনিকুৰি বছৰীয়া বুঢ়া ভদ্ৰ ভাগৱতীয়ে ধনৰ বলত দহ বছৰীয়া ছোৱালী বিয়া কৰালে। বিয়া কৰোৱাৰ মাত্ৰ এপষ পিছতে বুঢ়া ভাগৱতীয়ে হাতৰ লাখুটি পিচলি সিপুৰীলৈ যাত্ৰা কৰিলে। ভাগৱতী মৰিলত শহুৰেকে জোঁৱায়েকৰ সকলো সম্পত্তি আনি নিজে চহকী আৰু মানী হ'ল। মাথোন 'কন্যাৰ হ'ল সংসাৰখনি যমৰ দক্ষিণ দ্বাৰ'।

'ৰগৰ'ৰ 'ডিচ্‌মিচ্' কবিতাটোতো পদ্মধৰৰ চৰিত্ৰটো সমানে উপ-ভোগ্য হৈছে। পদ্মধৰৰ ঘৰত দুজনী ঘৈণীয়েক আৰু বিবাহযোগ্য পুত্ৰও আছে। এদিন গুণাই মেধিয়ে পদ্মধৰলৈ প্ৰস্তাৱ আগবঢ়ালে 'মিতিৰ পাতিব খুজিছোঁ' বুলি। পদ্মধৰে আনন্দে সন্মতি দিলে। বিয়াৰ ৰাতি দেখা গ'ল দৰা সাজি আহিছে পদ্মধৰ নিজে। গুণাই মেধিয়ে পদ্মধৰক অপমান কৰি ৰভাঘলীৰপৰা ওভোতাই পঠালে। অপমান পাই পদ্মধৰে গুণাই মেধিৰ ওপৰত ক্ষতিপূৰণৰ গোচৰ তৰিলে। মেধিয়ে কাছাৰীত হাকিমৰ আগত জবাব দিলে বোলে—

'পুতেকলৈহে
ছোৱালী দিছিলোঁ মই
* * * *
কোনে বুজিব এইটো বুঢ়াই যে
নিজলৈ ছোৱালী খোজে!'

শেষত হাকিমে 'এনে মানুহক ছোৱালী দিয়া কামটো অতিকৈ নীচ' বুলি পদ্মধৰৰ গোচৰ ডিচ্‌মিচ্ কৰিলে।

নিজৰ নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ চলি থকা স্ত্ৰী পুৰুষৰ

(৬) ডঃ মহেশ্বৰ নেওগ : অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৮৩

পৰস্পৰ বিদ্বেষ যে এপাত তালৰ বাজনা নহয়, এই কথা কলিতাই নিৰপেক্ষভাৱে অবলোকন কৰিছে। এনে পুৰুষো আছে, যিয়ে ভাবে—

'তিৰোতা হ'লে নহয় স্বাধীন শাস্ত্ৰকাৰৰ বচন,
খৰিৰ লগত জাপিব লাগিব ঘটিলে স্বামীৰ মৰণ ।"

( বগৰ : তিক্ততাৰ অধিকাৰ )

আনফালে এনে নাৰীও তেওঁ দেখুৱালে যিয়ে 'জয় ৰণচণ্ডী জয়' বুলি –

'আপোন মনে ফুৰিব পাৰিছে নকৰে কালৈকো ভয়।
'কোনোৱে এৰি থৈ গোপনে পাটী'
লেডি-চাইকেলত ঘূৰিছে ৰাতি,
কোনোবা কংগ্ৰেছী, কোনোৱা বিপ্লৱী, কোনোবা হৈছে কিবা,
কাৰোবাৰ দেখিবা বক্তৃতা মঞ্চত শনোৱা ক্ষুৰৰ জিভা।'

( বহুৰূপী : এইবাৰ উঠিল দেশ )

বগীতৰা হ'ল স্বৈৰাচ্চাৰী ছোৱালী। দৰা নাপায় বগীয়ে ধূনপেচ মাৰি আধুনিকা সাজি মদৰ দোকানী, মটৰ ড্ৰাইভাৰ, উকীল মোক্তাৰ, হিন্দু-মুছলমানৰ সংগ ল'লে। আনকি—

'নতুন বন্ধুৰ লগত ফুৰি
দেশ বিদেশত আহিল ঘূৰি'

কিন্তু তথাপি 'নোলাল বগীলৈ দৰা'। এনেকৈ অবিবাহিতা হৈয়েই বুঢ়ী হ'ল। শেষত অনুতাপ কৰিলে— "শিক্ষাৰ দোষতে পৰিলোঁ এতিয়া মৰা।"

নাৰী স্বেচ্ছাচাৰী হ'লে শেষ পৰিণতি কি হয় 'বহুৰূপী'ৰ উক্ত 'বগীৰ দৰা' কবিতাটোত বিশ্বাসযোগ্যভাৱে বৰ্ণোৱা হৈছে।

কলিতাই মতা-তিৰোতা দুয়োটা পক্ষৰে বিকৃত বিপৰীতমুখী ৰুচিকো নিন্দা কৰিছে।

তুফালৰপৰা বিপৰীত সোঁত থাকিলে এনেকৈ ৰ'ই,
কোনোৱে এদিন ৰব লাগিব নতুন এস্থঁতি হ'ই '

( বহুৰূপী : মতা নে তিৰুতা )



অভিভাবকৰ শাসনৰ দোষত কেনেদৰে সন্তান নষ্ট হ'ব পাৰে 'পূৰ্ণচন্দ্ৰ' কবিতাটোত দেখিবলৈ পোৱা যায়। ইয়াত সদৰ আমিন সৰ্বানন্দৰ পুত্ৰ পূৰ্ণচন্দ্ৰই সৰুৰেপৰা বিলাসী জীৱনত ডাঙৰ হৈ ডেকা কালত চৰিত্ৰৰ দোষত বগাঘৰত আশ্ৰয় ল'বলগীয়া হৈছে। কবিয়ে সন্তানৰ প্ৰতি পিতৃ-মাতৃৰ অনুশাসনহীনতাকে জগৰীয়া কৰিছে।

'গুৰিতে শাসন অভাৱ হ'লে
কেনে পৰিনাম হয়,
পটন্তৰটো জ্বলি থাকিল
ভৱিষ্যতলৈ'ই।'

( ৰহঘৰা : পূৰ্ণচন্দ্ৰ )

দেশ উদ্ধাৰৰ উদ্দেশ্যে নৱগ্ৰহত বহা মহা ধৰ্মসভাত হাঁহিৰ খোৰাক থাকিলেও সেই হাঁহিৰ অন্তৰালত নিহিত হৈ আছে ৰক্ষণশীলতাৰ এক স্থৱিৰতা।

ৰক্ষণশীল আৰু প্ৰগতিশীল দুই দলৰ মাজত প্ৰথমে লাগিল তৰ্কযুদ্ধ, তাৰ পিছত হ'ল হতাহতি– ফলত 'পেটুৱা গোসাইৰ ওলাল পেটু'। ঘটনাৰ গতি বিষম দেখি সকলোৱে লৰ দিলে। ইফালে—

'গছৰ আগৰ গৃধ্ৰৰাজে কথাটো কৰি টং
ছোঁ মাৰি একে চোচাঁই ল'লেহি প্ৰভুৰ সং।'

( ৰহঘৰা : দেশোদ্ধাৰকৰ মহাসভা )

আজিৰ সমাজতো দেশ উদ্ধাৰৰ নামত এনেকুৱা কেৰ্কেটুৱাৰ ভাওনা নতুন নহয়। সভাত তৰ্কবিতৰ্ক হয়, শেষত খণ্ডযুদ্ধত পৰিণত হয়, যুদ্ধত দুই এজনৰ নাৰী-ভুকও ওলায়—পিছত সিহঁতৰ ওপৰত শগুণ পৰে।

দেশনেতা কাৰ্তিকচন্দ্ৰৰ চৰিত্ৰটোও আজিৰ চৰিত্ৰৰ সৈতে খাপ খোৱা। চৰিত্ৰহীন, দুৰ্নীতিপৰায়ণ, ক্ষমতালোভী কাৰ্তিকচন্দ্ৰই দম্ভালি কৰিছে এই বুলি—

'মোৰ প্ৰতাপত শতৰুহঁতৰ নুঘূৰি নাথাকে মূৰ,
গৱৰ্ণমেণ্টেও খাটিৰ কৰিব পাতি ৰায়বাহাদুৰ।'

( বহুৰূপী : কাৰ্তিকচন্দ্ৰৰ আত্মজীৱনী )

ইংৰাজ আমোলত অসমত নকৈ পাশ্চাত্যৰ প্ৰভাৱ পৰিল। পুৰণিকলীয়া ৰীতি-নীতি, সাজ-পাৰ, ঘৰদুৱাৰ আনকি কথা-বতৰাৰো পৰিবৰ্তন ঘটিল। কিন্তু সনাতন পন্থীসকলে এই আকস্মিক পৰিবৰ্তনে দেশখন ৰসাতলে নিলে বুলি চিঞৰি উঠিল।

'হে হৰি, কি কৰিলা! দেশ তললৈ গ'ল!

* * * *

ওখকৈ সাজিলে শোৱনী ঘৰ
খিৰিকি কাটিলে দীঘল বৰ,
বাহিৰৰে পৰা জীয়াৰী-বোৱাৰী
সকলোকে দেখা হ'ল।

* * * *

ডাক্তৰে বেমাৰ কৰিলে দূৰ
বেজৰ ভাতৰ মাৰিলে মূৰ
ব্ৰাহ্মণ-ভোজন দান-দক্ষিণা
একোৱে নোহোৱা হ'ল।"

(বগৰ: দেশ তললৈ গ'ল)

'ৰিফৰ্ম সুন্দৰী' দণ্ডিনাথ কলিতাৰ হাস্যৰসাত্মক কবিতাত অভিনৱ সংযোজন। কবিতাটো এজনী লয়লাস চঞ্চল গতিৰ পূৰ্ণযৌৱনা জীৱন্ত গাভৰু হৈ পাঠক মনত ধৰা দিছে।

'ৰিফৰ্ম-সুন্দৰী সাগৰ বগাই
ঢৌ তুলি তুলি খলক লগাই
ৰমক-জমক আঁচল উৰাই
উজাই আহিল ধীৰে
সাগৰৰ পাৰ কঁপাই তুলিলে
দৰ্শক মণ্ডলীৰ ভিৰে।
'ৰিফৰ্ম আহিছে' 'ৰিফৰ্ম আহিছে'
চৌপাশে উঠিল ৰাও



বাজিল বাদ্য ধিনিকি-ধিন্দাও
ধিনিকি-ধিন্দাও দাওঁ।'

'ৰিফৰ্ম সুন্দৰী'ক সয়ম্বৰ সভালৈকো উলিয়াই আনিলে। কিন্তু বহুতৰে শেষত 'ৰিফৰ্ম সুন্দৰী'ৰ মোহ কাটিল। কিছুমানে অৱশ্যে আদৰিলেও—

কোনোৱে কৈছে নালাগে ইজনী
খেদোৱা চুলিত ধৰি
কোনোৱে কৈছে ৰিফৰ্মক ৰাখিম
বুকুৰ বান্ধৈ কৰি।'

"ৰিফৰ্ম সুন্দৰী' আদি কবিতাত ব্যঞ্জিত হোৱা তেওঁৰ ৰাজনৈতিক ছেটায়াৰ বা ব্যংগ অসমীয়া সাহিত্যৰ এক বিৰল সম্পদ।'[৭] এই ব্যংগ যেনে উপভোগ্য, তেনে তীব্ৰ।

১৯১৭ চনৰ শেষৰফালে ভাৰতৰ শাসন-সংস্কাৰ বিষয় লৈ ভাৰত সচিব মণ্টেগু ভাৰতলৈ আহে। তেওঁ ভাইচৰয় চেমচ্‌ ফোৰ্ডৰ লগত আলোচনা কৰি এখন প্ৰতিবেদন বা আঁচনি প্ৰস্তুত কৰে। এই মণ্টেগু চেম্‌চফোৰ্ড সংস্কাৰ আঁচনি (The Montague Chelmsford Reform Scheme) ১৯১৯ চনৰপৰা বলবৎ কৰা হয়। আঁচনিখন প্ৰথমে ভাৰতবাসীয়ে আদৰণি জনাইছিল; আৰু এক শ্ৰেণীৰ তথাকথিত নেতাই এই সংস্কাৰৰ ছত্ৰছাঁয়াত বৰমানুহ হ'বলৈ উঠিপৰি লাগিছিল।

## কাব্য: অসম সন্ধ্যা

'অসম-সন্ধ্যা' দণ্ডিনাথ কলিতা প্ৰণীত একমাত্ৰ কাব্যগ্ৰন্থ। ১৯৪৯ চনত ই প্ৰথম পুথি আকাৰে প্ৰকাশ পায়। কবিৰ মতে "১৯৩৮ চনৰ জুলাই মাহত এদিন জনচেৰেক ডেকাই আমাৰ ভাষাত কাব্য নাই বুলি আক্ষেপ কৰি অন্ততঃ এখন লিখি দিবলৈ" কৰা অনুৰোধ মৰ্মে ১৯৩৯ চনত 'অসম-সন্ধ্যা' ৰচনা কৰা হয়। ৰচনাৰ পিছতে ই

(৭) ড° মহেশ্বৰ নেওগ: অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃ: ২৮৩

মাধৱচন্দ্ৰ বেজবৰুৱাৰ সম্পাদনাত ওলোৱা 'ৱাহীত' ধাৰাবাহিকভাৱে প্ৰকাশ পায়। ১৯৪৯ চনত বিস্তৰ সাল-সলনিৰে ছপা হৈ ওলায়।

এইখিনিতে পাঠকসকলৰ মনত নিশ্চয় এটা খুতুৱনি আহি পৰে— জনচেৰেক ডেকাই 'আমাৰ ভাষাত কাব্য নাই' বোলা কথাষাৰ প্ৰকৃততে যুক্তিসংগত নহয়। বৈষ্ণৱ যুগত অসমীয়া ভাষাত কেবাখনো কাব্যৰ সৃষ্টি হৈছে। সেই যুগটো বাদ দিলেও আধুনিক যুগত ৰমাকান্ত চৌধুৰীৰ 'অভিমন্যু বধ' (১৮৭৫), ভোলানাথ দাসৰ 'সীতা হৰণ কাব্য' (১৮৭১-৮৮), পদ্মনাথ গোঁহাঞি বৰুৱাৰ 'লীলা' (১৮৯৯), হিতেশ্বৰ বৰবৰুৱাৰ 'কমতাপুৰ ধ্বংস' (১৯১২), 'তিৰুতাৰ আত্মবলিদান' (১৯১৩), 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' (১৯১৫), ৰঘুনাথ চৌধাৰীৰ 'কাৰবালা', (১৯২৩), চন্দ্ৰধৰ বৰুৱাৰ 'কামৰূপ জীয়াৰী' (আৱাহন - ৯ম - ১০ম বছৰ), 'বিদ্যুৎ প্ৰকাশ' (আৱাহন - ১০ - ১১শ বছৰ) আদি কেবাখনো উল্লেখযোগ্য কাব্য প্ৰকাশ পাইছিল। এই পৰিপ্ৰেক্ষিতত উল্লিখিত ডেকা কেইজনৰ মন্তব্যটোৰ ভাবাৰ্থ হয়তো এনেকুৱাও হ'ব পাৰে যে, আধুনিক অসমীয়া ভাষাত সাৰ্থক কাব্যৰ অভাব।

'অসম-সন্ধ্যা' কাব্যখন ভাৰতীয় মহাকাব্যৰ আৰ্হিত ৰচিত। ভাব, আদৰ্শ আৰু ৰচনা ৰীতিত প্ৰাচ্য আৰু পাশ্চাত্যৰ সমন্বয় লক্ষ্য কৰা যায়। কাব্যখন দীৰ্ঘ-অৱয়ৱী আৰু বাইশটা সৰ্গত বিভক্ত। পটভূমি মানৰ আক্ৰমণ।

'অসম-সন্ধ্যা' কাব্যখনৰ সমল সূৰ্যকুমাৰ ভূঞাৰদ্বাৰা সম্পাদিত 'অসমৰ পদ্য-বুৰঞ্জী'ৰপৰা গোটোৱা বুলি গ্ৰন্থকাৰে 'নিবেদন'ত কৃতজ্ঞতা স্বীকাৰ কৰিছে। আচলতে ভূঞা সম্পাদিত এই বুৰঞ্জীখন এখন স্বতন্ত্ৰ পুথি নহয়। দুতিৰাম হাজৰিকাৰ 'কলি ভাৰত বুৰঞ্জী' আৰু বিশ্বেশ্বৰ বৈদ্যাধিপৰ 'বেলিমাৰৰ বুৰঞ্জীৰ' যুগ্ম সংকলন। কবিয়ে উক্ত দুয়োখন পুথিৰপৰাই উপাদান সংগ্ৰহ কৰি কাব্যৰ ৰূপ দিছে।

বুৰঞ্জীৰ পটভূমিত ৰচিত হ'লেও কবিয়ে কাব্যখনৰ ঠাই বিশেষে



কাল্পনিক দৃশ্যৰো অৱতাৰণা কৰিছে। দুটামান বুৰঞ্জীত নোহোৱা চৰিত্ৰকো ঠাই দিছে।

কাব্যখনৰ চমুকৈ মূল আখ্যানভাগ এনে ধৰণৰ—সৰ্গদেউ কমলেশ্বৰ সিংহৰ পিছত নাবালক চন্দ্ৰকান্ত সিংহক সিংহাসনত বহুৱাই পূৰ্ণানন্দ বুঢ়াগোঁহাঞিয়ে অসীম প্ৰতাপেৰে ৰাজ্যৰ শাসন-যন্ত্ৰ পৰিচালনা কৰিবলৈ লয়। বুঢ়াগোহাঞিৰ একনায়কত্ববাদী শাসনকাৰ্যত ক্ষুণ্ণ হৈ কিছুমান বিষয়াই তলে তলে তেওঁৰ বিৰুদ্ধ আচৰণ কৰিলে। সংৰাম চাৰিঙীয়া ফুকনে নৃত্য-গীত উপভোগ কৰি থকা অৱস্থাতে পূৰ্ণানন্দক বধ কৰিবলৈ ষড়যন্ত্ৰ জাল তৰিলে। কিন্তু চোৰাংচোৱাৰপৰা এই ষড়যন্ত্ৰৰ কথা পূৰ্ণানন্দই আগতে উমান পোৱাত সফল নহ'ল। পিছদিনাখন বিচাৰ-চ'ৰাত বিচাৰ বহিল। মূলদোষী সংৰামক নামৰূপলৈ নিৰ্বাসন দিয়া হ'ল। লগৰ সংগীবোৰকো কঠোৰ শাস্তি বিহিলে। গুৱাহাটীৰ বৰফুকন বদনচন্দ্ৰও এই ষড়যন্ত্ৰত লিপ্ত থকা বুলি প্ৰমাণিত হোৱাত তেওঁকো বন্দী কৰিবলৈ মহেশ্বৰ পৰ্বতীয়া ফুকনক নিয়োগ কৰিলে। পূৰ্ণানন্দৰ পুতেক ওৰেষাৰ পত্নী পিজৌ কুঁৱৰী আছিল বদন বৰফুকনৰ জীয়ৰী। দেউতাকৰ আসন্ন বিপদৰ ভু পাই পিজৌৱে গোপনে এখন সংকেত পূৰ্ণ পত্ৰ লিখি সংৰামৰ পত্নী ৰূপহীৰ জৰিয়তে গুৱাহাটীত থকা দেউতাকলৈ পঠিয়ালে। ৰূপহীয়ে পুৰুষৰ সাজ পিন্ধি দ্ৰুতবেগী ঘোঁৰাত উঠি মহেশ্বৰ পৰ্বতীয়া ফুকন গৈ পোৱাৰ পূৰ্বেই গুৱাহাটীত উপস্থিত হৈ বৰফুকনৰ হাতত জীয়েকৰ পত্ৰ অৰ্পণ কৰে। বিপদৰ সংকেত বুজিব পাৰি বদন বৰফুকনে তৎমুহূৰ্তে সপৰিয়ালে নাৱেৰে কলিকাতালৈ পলাল। লগত থাকিল পুৰুষবেশী ৰূপহী।

কলিকাতাত বদনে বৰলাটক লগ ধৰি ইংৰাজৰ সহায় বিচাৰি বিমুখ হয়। তেতিয়া তেওঁ ব্ৰহ্মদেশলৈ গ'ল। মানৰজাৰ পত্নী অসম জীয়ৰী ৰাঙিলীৰ অনুৰোধ ক্ৰমে মানৰজাই বদনক সামৰিক সাহায্য দানৰ প্ৰতিশ্ৰুতি দিলে।

মান সৈন্য লৈ বদন অসম অভিমুখে ৰাওনা হ'ল। মান অহা

সংবাদ পাই বুঢ়াগোঁহাঞিয়ে বাধা দিছিল যদিও মানৰ হাতত আহোম সৈন্য পৰাজিত হ'ল। সসৈন্যে বদনে ৰাজধানীত প্ৰৱেশ কৰিলে। সেই সময়তে পূৰ্ণানন্দ বুঢ়াগোঁহাঞিৰ মৃত্যু হ'ল। বদনে চন্দ্ৰকান্ত সিংহক সিংহাসনত ৰাখি নিজে প্ৰধানমন্ত্ৰীৰ পদত বহিল; আৰু আন আন উপহাৰ সহ বগা কোঁৱৰৰ জীয়েক হেমো আইদেউক সালংকৃতা কৰি মানৰজালৈ দি মান সৈন্যক বিদায় দিলে।

বদনে মন্ত্ৰী হৈ পূৰ্ণানন্দৰ বংশৰ আৰু তেওঁৰ ফলীয়া লোকৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিলে। এনেবোৰ কাৰণত ৰাজমাৱে চল কৰি ৰূপসিং বঙালৰ হতুৱাই বদনক বধ কৰালে।

এনে সময়তে পূৰ্ণানন্দ বুঢ়াগোঁহাঞিৰ পুত্ৰ ৰুচিনাথে এদল সৈন্য লৈ আহি চন্দ্ৰকান্ত সিংহক ৰজা ভাঙিলে আৰু পুৰন্দৰ সিংহক ৰজা পাতি নিজে বুঢ়াগোঁহাঞি হ'ল। বদন-বধ আৰু চন্দ্ৰকান্ত সিংহৰ পতনৰ সংবাদ ব্ৰহ্মদেশ পালেগৈ। মানৰাজ বডোয়াফাই খঙতে আলংমিংগি আৰু মোমাই বৰুৱাক সেনাপতি পাতি দ্বিতীয়বাৰ অসমলৈ পঠালে। মানে পুনৰ আহি ৰাজধানী অধিকাৰ কৰিলে। পুৰন্দৰ সিংহ আৰু ৰুচিনাথ বুঢ়াগোঁহাঞি ভাটীলৈ পলাল। মানে চন্দ্ৰকান্ত সিংহক বিচাৰি আনি আকৌ ৰজা পাতি দেশলৈ উভতি গ'ল।

চন্দ্ৰকান্ত সিংহই দেখিলে যে, মান সৈন্য দুবাৰকৈ অসমলৈ আহিল। বাট-পথ, গতি-গোত্ৰ জানি লৈছে। ধন-ৰত্ন আৰু ৰূপহী গাভৰুৰ লোভত পুনৰ্বাৰ যে নাহিব তাৰ নিশ্চয়তা কি? ইয়াকে ভাবি মান-প্ৰতিৰোধৰ অৰ্থে তেওঁ দীঘলী ঘাটত মান অহা বাটত এটা গড় মাৰিবলৈ পাতাল বৰুৱাক নিৰ্দেশ দিলে। এই কথা গম পাই মানে তৃতীয়বাৰ অসম আক্ৰমণ কৰিলে। যুদ্ধত হাৰি চন্দ্ৰকান্ত সিংহ গুৱাহাটীলৈ পলাই গ'ল। মানে হেমো আইদেউৰ ককায়েক যোগেশ্বৰক দেখাত ৰজা পাতি নিজে সৰ্বময় কৰ্তা হৈ বহিল। চন্দ্ৰকান্ত সিংহই ৰাজ্য উদ্ধাৰৰ হেতু শেষ চেষ্টা কৰিলে। কিন্তু মহগড়ৰ ৰণত সম্পূৰ্ণ



পৰাস্ত হ'ল। অৱশেষত জীৱনৰ সকলো হেৰুৱাই চন্দ্ৰকান্ত সিংহই মানৰ হাতত আত্মসমৰ্পণ কৰি মানৰ বৃত্তিভোগী হৈ থাকিল।

'অসম-সন্ধ্যা' এখন বিয়োগান্ত কাব্য। ভাৰতীয় আলংকাৰীকসকলৰ মতে মহাকাব্য মিলনান্ত হ'ব লাগে; কিন্তু পাশ্চাত্য সমালোচকৰ মতে এই ক্ষেত্ৰত কোনো ধৰাবন্ধা নিয়ম নাই। কলিতায়ো 'অসম-সন্ধ্যা' কাব্যত অসমৰ ভাগ্য আকাশখন কালসন্ধ্যাই ঢাকি ধৰাকে বুজাইছে। বিষয়বস্তুলৈ চাই 'অসম-সন্ধ্যা' নামটো সঁচাকৈয়ে সাৰ্থক হৈছে।

সাহিত্যৰ সংজ্ঞা অনুযায়ী আখ্যান বা কাহিনী কাব্যত থকাৰ দৰে 'অসম-সন্ধ্যা'ত মুখ্য নায়ক কোন স্পষ্টকৈ কোৱা টান। প্ৰথমচোৱাত পূৰ্ণানন্দ বুঢ়াগোঁহাঞিকে মুখ্য নায়কৰূপে দেখা যায়। চতুৰ, বিচক্ষণ ৰাজনীতিবিদ আৰু প্ৰত্যুৎপন্নমতি সম্পন্ন পুৰুষ হ'লেও ত্ৰয়োদশ অধ্যায়তে তেওঁৰ অৱসান ঘটিল। ফলত তেওঁ নায়কৰ সম্পূৰ্ণ ভূমিকা লোৱাৰ যোগ্যতা হেৰুৱালে। আনফালে ক্ষমতাশালী পুৰুষ বদন বৰফুকনক পূৰ্ণানন্দ বুঢ়াগোঁহাঞিৰ ৰাজনৈতিক প্ৰতিদ্বন্দ্বী হিচাপে পাওঁ যদিও প্ৰথম খণ্ডত তেওঁ নেপথ্য নায়ক হিচাপে থাকি অষ্টম সৰ্গত প্ৰৱেশ কৰি পঞ্চদশ সৰ্গতে বুৰ মাৰিলে। অৱশ্যে ৰজা চন্দ্ৰকান্ত সিংহই একেবাৰে প্ৰথমৰপৰা নানা ঘাত প্ৰতিঘাতৰ মাজেদি অন্তলৈকে বিৰাজ কৰিছে। তথাপি তেৰোঁ নায়কযোগ্য বীৰোচিত চৰিত্ৰৰ অধিকাৰী হ'বলৈ সক্ষম নহ'ল। কাহিনী প্ৰবাহ আগুৱাই নিয়াত পূৰ্ণানন্দ, বদনচন্দ্ৰ, চন্দ্ৰকান্ত তিনিও গৰাকীৰে ভূমিকা আছে। পূৰ্ণানন্দই প্ৰথমছোৱাত, বদনচন্দ্ৰই মাজছোৱাত, চন্দ্ৰকান্ত সিংহই ওৰেটোখণ্ডত বিশেষ ভূমিকা লৈছে। 'সেই দৃষ্টিৰে অসম-সন্ধ্যা'ত তিনিজন নায়কৰ (Triple hero) কল্পনা কৰা হয়। ৮

বুৰঞ্জীত পোৱাৰ দৰে 'অসম-সন্ধ্যা'তো পূৰ্ণানন্দ বুঢ়াগোঁহাঞি দেশৰ ঘাই ধৰণী। চন্দ্ৰকান্ত সিংহ পাটত থাকিলেও আচল শাসনৰ সঁচাৰকাঠি বুঢ়াগোঁহাঞিৰ হাতৰ মুঠিত। বুঢ়াগোঁহাঞিৰ ৰাজভক্তিত সন্দেহৰ কোনো

(৮) অসম-সন্ধ্যাৰ ভূমিকা, পৃঃ (ঘ)

অৱকাশ নাই । কিন্তু তেওঁৰ মানত ৰজাতকৈও শ্ৰেষ্ঠ জন্মভূমি । ৰাজমাওৰ আগত কৰা উক্তিত তেওঁৰ উক্ত আত্মবিশ্বাস প্ৰকাশ পাইছে ।

'পাটত থাকিব ৰজা ভুঞ্জি ৰাজভোগ
শাসন-সঁচাৰ কাঠি ৰাখিম মুঠিত
শ্ৰেষ্ঠ মোৰ জন্মভূমি ভূপতিতকৈ ।
প্ৰয়োজন হ'লে পাৰোঁ সলাব ভূপতি,
নোৱাৰোঁ এৰিব কিন্তু জনমভূমিক'

( দ্বিতীয় সৰ্গ )

মান সেনা লৈ বদনে যেতিয়া আহোম সেনাক পৰাজয় কৰি চৰাইদেউত উপনীত হোৱা বুলি কটকীয়ে আহি বাতৰি দিলে তেতিয়া নৰিয়া গাৰেই পুৰ্ণানন্দই উত্তেজিতভাৱে হাতত তৰোৱাল লৈ গৰজি উঠিল —

'চেনেহৰ জন্মভূমি ল'বহি শত্ৰুৱে
আৰু মই পৰি ৰম শীতল পাটীত !
নোৱাৰে কদাপি হ'ব যাম ৰণলৈ ।'

(ত্ৰয়োদশ সৰ্গ)

অৱশ্যে পুৰ্ণানন্দৰ আৰু ৰণলৈ যোৱা নহ'ল, লগে লগে মূৰ্চা গৈ মাটিত ঢলি পৰিল ; আৰু সেই মূৰ্চাই চিৰনিদ্ৰাত পৰিণত হ'ল ।

পুৰ্ণানন্দ বুঢ়াগোঁহাঞিৰ ক্ষমতাৰ প্ৰতিদ্বন্দ্বী বদনচন্দ্ৰ বৰফুকনৰ চৰিত্ৰ কিন্তু সম্পূৰ্ণ বিপৰীত । তেওঁ গুৱাহাটীত থাকি ৰজাৰ নামত নামনি অসম শাসন কৰে । তেওঁ এনেকুৱা স্বেচ্ছাচাৰী আৰু অত্যাচাৰী, যাৰ—

'নীতিৰ বিচাৰ নাই, নাই দয়ামায়া
ত্ৰাস্তমান কামৰূপে ডাকে ত্ৰাহি ত্ৰাহি ।'

( অষ্টম সৰ্গ )

পুতেক জন্মি আৰু পিয়লীও পিতাক বদনচন্দ্ৰৰ দৰে আত্মশ্লাঘী, প্ৰজাউৎপীড়ক ।



পুৰ্ণানন্দৰ বিৰুদ্ধে সংৰামে কৰা ষড়যন্ত্ৰৰ গুৰিতে হৈছে বদন বৰফুকন। প্ৰতিশোধ পূৰণৰ অৰ্থে তেওঁ সুদূৰ ব্ৰহ্মদেশলৈ গৈ মান মাতি আনিছিল । এশ গৰু মাৰিলে বাঘবো মৃত্যু হোৱাৰ দৰে নিজ পাপৰ ফলত তেৱোঁ অপঘাতত মৃত্যু বৰণ কৰিব লগা হ'ল । কিন্তু তেওঁ দেখুৱাই অনা বাটেৰে পুনৰ মান আহি সোণৰ অসম ভূমিক শ্মশান ভূমিত পৰিণত কৰি থৈ গ'ল । বদন অসম বুৰঞ্জীৰ এজন কলংকিত নায়ক । ইয়াতো বদনৰ প্ৰতি কোনো পাঠকৰে সহানুভূতি নজন্মে ।

'অসম-সন্ধাৰ তৃতীয় উল্লেখযোগ্য পুৰুষ ৰজা চন্দ্ৰকান্ত সিংহ । তেওঁ ল'ৰামতীয়া অথচ অদূৰদৰ্শী । কুসংগত পৰি মাতৃৰ হাকবচনকো আওকাণ কৰি বিলাসত দিন নিয়ালে । সংৰামৰ উচটনিত বুঢ়াগোঁহাঞিৰ প্ৰতিও অস্ত্ৰ দাঙিবলৈ বাকী নাৰাখিলে । ৰাজনৈতিক জ্ঞানৰ অভাৱৰ পৰিণাম, ৰাজ্যকো হেৰুৱালে । মানৰ সৈতে শেষ যুদ্ধত দেখুৱা তেওঁৰ সাহস ভমককৈ জ্বলি উঠি আকৌ নুমাই যোৱা ধানখেৰৰ জুইৰ লগতহে তুলনা হয় ।

কাব্যখনৰ মূল নাৰী চৰিত্ৰ তিনিটা – ৰাজমাও, ৰঙিলী কুঁৱৰী আৰু ৰূপহী । ৰাজমাও আৰু ৰঙিলী কুঁৱৰীক বুৰঞ্জীয়ে সমৰ্থন কৰে। ৰূপহী কবিৰ নিজা কল্পনাৰ ।

চৰিত্ৰ হিচাপে ৰাজমাও বুৰঞ্জীৰপৰা বিশেষ ফালৰি কাটি যোৱা নাই । তেওঁ পুত্ৰবৎসলা আৰু বুঢ়াগোঁহাঞিৰ ক্ষমতাত বিশ্বাসিনী । ৰাজ্যৰ মংগলৰ বাবে তেওঁ ৰূপসিং বঙালৰ হতুৱাই বদনক বধ কৰাইছিল ।

ৰূপহীক কবিয়ে অধিক আকৰ্ষণীয় কৰি অংকণ কৰিছে। ৰূপহীৰ প্ৰতি পাঠকৰ সহানুভূতি জন্মে যদিও ৰাজমাও বা ৰঙিলী কুঁৱৰীৰ দৰে ৰূপহীৰ চৰিত্ৰত মহত্ব নাই । দেশ-দ্ৰোহিতাৰ কামত সংৰাম আৰু বদনৰ লগত ৰূপহীও সমানে দোষী । সংৰামে পুৰ্ণানন্দ বুঢ়াগোঁহাঞিক নাওখেল চোৱাৰ সুযোগতে বধ কৰাৰ বাবে যি ষড়যন্ত্ৰ কৰিছিল, সেই ষড়যন্ত্ৰৰ বুদ্ধিদাত্ৰী হৈছে ৰূপহী । পিজো কুঁৱৰীয়ে বৰফুকনলৈ লিখা পত্ৰৰ বাহিকাও হৈছে ৰূপহী । বদনৰ লগত মান দেশলৈ গৈ অসম

আক্ৰমণ কৰিবলৈ মানৰ সাহায্য বিচৰা কামত ৰূপহীয়ে বিশেষ ভূমিকা লৈছে। তেওঁ এফালে ৰাজদ্ৰোহী, আনফালে দেশদ্ৰোহী। শেষত ৰূপহীক আমি পাগলীৰূপে দেখিবলৈ পাওঁ।

ৰুস্তেকৰ বাবে ভুমুকি মৰা ব্ৰহ্মৰজাৰ ৰাণী অসম জীয়ৰী ৰঙিলী কুঁৱৰীৰ চৰিত্ৰটি তুলনামূলকভাৱে অধিক মহীয়ান। আঁতৰত থাকিও স্বদেশ আৰু স্বজাতিৰ কথা পাহৰা নাই। নিজদেশৰ বিৰুদ্ধে বিদেশী সাহায্য বিচৰা বদনক তেওঁ ধিক্কাৰ দিছে —

'আহিছা আকৌ কৰি হীনতা স্বীকাৰ
পাহাৰ বংশৰ মান, মৰ্যাদা দেশৰ
শৰণ লবৰ মনে বিজাতি পদত।
হ'বপাৰে পুৰ্ণানন্দ মন্ত্ৰী স্বেচ্ছাচাৰী
তথাপি স্বজাতি তেওঁ,— নিজ জ্ঞাতি ভাই
নুভুলে কদাপি স্নেহ জনমভূমিৰ।'

(একাদশ সৰ্গ)

'অসম সন্ধ্যা'ত মৌলিক সৃজনী প্ৰতিভা নাই যদিও বৰ্ণনা শক্তি আৰু কাব্যিক প্ৰতিভাৰ স্ফুৰণ সমানে লক্ষ্য কৰা যায়। "কলিতাৰ 'অসম-সন্ধ্যা' (১৯৪৯) বুৰঞ্জীমূলক কাব্যৰফালে হিতেশ্বৰ বৰবৰুৱাতকৈ এটি মধুৰ প্ৰয়াস। কলিতাই বুৰঞ্জীৰ আঁত ৰাখিবলৈ যাওঁতে কাব্যৰ পঞ্চসন্ধিৰ লয়লৈ তুলিবলৈ নোৱাৰিলে যদিও কাব্যখনিত কেবাটাও মনোৰম গুণ আছে— ইয়াৰ মনোৰম অমিত্ৰ ছন্দ, ভাষাত কাব্যসুলভ গাম্ভীৰ্য, দৃশ্য বৰ্ণনাত ঘটনাৰ প্ৰকৃত পটভূমিস্বৰূপ সাৰ্থকতা আৰু প্ৰতি সৰ্গৰে স্বতঃ সম্পূৰ্ণতা।"[৯]

জনা যায়, কলিতাই 'অসম-সন্ধ্যা'ক স্নাতক শ্ৰেণীৰ পাঠ্যপুথিৰূপে মনোনীত কৰিবলৈ উপাচাৰ্য কৃষ্ণকান্ত সন্দিকৈদেৱক নিজে অনুৰোধ জনাইছিল। তেতিয়া সন্দিকৈয়ে কলিতাক ওভোতা প্ৰশ্ন কৰিছিল— 'ইয়াৰ আগতে স্নাতকোত্তৰ শ্ৰেণীৰ বাবে ইয়াতকৈ উৎকৃষ্ট এখন কাব্যৰ

(৯) ড° মহেশ্বৰ নেওগ : অসমীয়া সাহিত্যৰ ৰূপৰেখা, পৃঃ ২৮৪



নাম কওকচোন!' —এনেকৈ কবিয়ে স্নাতক শ্ৰেণীৰ বাবে ভবা পুথিখন স্নাতকোত্তৰ শ্ৰেণীৰ বাবে অনুমোদিত হ'ল। কেবাবছৰ ধৰি ই গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ পাঠ্যপুথিৰূপে চলিছিল।

দণ্ডিনাথ কলিতাৰ 'অসম-সন্ধ্যা' অসমৰ ৰোমাণ্টিক যুগৰ বৰ্ণনাত্মক কাব্য-সাহিত্যিত এখন সাৰ্থক আৰু অনুপম কাব্যগ্ৰন্থ। উপাচাৰ্য সন্দিকৈৰ ভাষাৰে ক'ব পাৰি, 'এনে কাব্যৰপৰা আমাৰ সাহিত্যৰ গাম্ভীৰ্য বাঢ়িব।'

# উপন্যাস সাহিত্য

## ফুল

আগেয়ে কোৱা হৈছে যে, দণ্ডিনাথে ছাত্ৰাৱস্থাৰপৰাই সাহিত্য চৰ্চা কৰিবলৈ লৈছিল। অসমীয়া ভাষা জননীৰ বেদীত 'ফুল' উপন্যাস তেওঁৰ প্ৰথম অঞ্জলী। হাইস্কুলৰ ৮ম শ্ৰেণীত থাকোঁতে (১৯০৮) এই উপন্যাসখন ৰচনা কৰি তেওঁ মানুহক তভক লগাইছিল। অৱশ্যে প্ৰকাশ হৈ ওলায় ১৯২৩ চনত।

'ফুল' মানৰ তৃতীয় আক্ৰমণৰ পটভূমিত ৰচিত উপন্যাস। কিন্তু ইয়াত ইতিহাসৰ ঘটনাৰ সম্পৰ্ক তেনেই কম। ড° সত্যেন্দ্ৰ নাথ শৰ্মাই "ফুল উপন্যাসত ঐতিহাসিক ঘটনাৰ আঁচোৰ থাকিলেও প্ৰকৃততে এইখনো সামাজিক উপন্যাসহে" বুলি তেওঁৰ 'অসমীয়া উপন্যাস সাহিত্যৰ ভূমিকা' গ্ৰন্থত সামাজিক উপন্যাসৰ অধ্যায়ত সামৰিছে। আনফালে ড° শৈলেন ভৰালীয়ে 'কলিতাৰ দুখন ঐতিহাসিক উপন্যাসৰ' এখন ৰূপে 'ফুল'ক তেওঁৰ 'অসমীয়া ঐতিহাসিক উপন্যাস' গ্ৰন্থত অন্তৰ্ভুক্ত কৰিছে।

মানৰ অত্যাচাৰত দেশৰ অৰাজকতা আৰু অস্থিৰতাৰ সময়ত দুহাল ডেকা-গাভৰুৰ প্ৰণয়-ঘটিত কাহিনীকে জুমুঠি হিচাপে লৈ উপন্যাসখন ৰচনা কৰা হৈছে। মূল কাহিনীটো এনে ধৰণৰ -

মানৰ সৈতে তিষ্ঠিব নোৱাৰি ৰজা চন্দ্ৰকান্ত সিংহই ভাটীলৈ পলায় যায়; আৰু তাতে কিছু সৈন্য সংগ্ৰহ কৰি দেশ উদ্ধাৰৰ আশাৰে উজাই আহে। চন্দ্ৰকান্ত সিংহক সহায় কৰিবলৈ দেবেন্দ্ৰ নামৰ এজন ডেকায়ো অলপীয়া সৈন্যৰে অগ্ৰসৰ হয়। আহোঁতে ৰাতি হোৱাত তেওঁ ফুলহঁতৰ ঘৰতে অতিথি হ'ল। ফুলৰ দেউতাক কনকে দেবেন্দ্ৰক



আদৰ সাদৰকৈ ৰাখিলে। পুৱা ফুলনিত ফুল আৰু দেবেন্দ্ৰৰ দেখা-দেখি হয় আৰু উভয়ে উভয়ৰ প্ৰতি অনুৰাগ প্ৰকাশ কৰে। দেবেন্দ্ৰই হাতৰ সোণৰ আঙুঠিটো ফুলৰ আঙুলিত পিন্ধাই দিয়ে। ফুলেও অলপ আগতে গুঁথা এধাৰি ফুলৰ মালা দেবেন্দ্ৰৰ ডিঙিত পিন্ধাই দিয়ে। দুপৰীয়া ভাত-পানী খাই দেবেন্দ্ৰ নিজ কৰ্তব্যলৈ আগুৱান হয়।

ফুলহঁতৰ ঘৰৰপৰা বাৰমাইলমান আঁতৰত এখন হাবি আছে। হাবিৰ মাজত এটি দুৰ্বৃত্তৰ দলে বাস কৰিছিল। সিহঁতে এজনী তিৰোতাৰ একমাত্ৰ ছোৱালী ৰত্নাক অপহৰণ কৰি আনি এই হাবিতে আৱদ্ধ কৰি ৰাখিছিল। ৰাতি সিহঁতৰ এজনে খোৱা বস্তু দিবলৈ গৈ ৰত্নাক বলাৎকাৰ কৰিবলৈ উদ্যত হওঁতে ৰত্নাই হাতত থকা কটাৰীখনেৰে তাক আহত কৰি পলাই যায় আৰু এখন গাঁৱৰ গোপাল নামৰ বুঢ়া এজনৰ ঘৰত আশ্ৰয় লয়। ৰাতি বুঢ়াৰ পুতেক পদ্মই ৰত্নাক ক'লে যে, তেওঁ বাঘৰ হাতৰপৰা এৰাই সিংহৰ গাঁতত সোমাইছে'। অৰ্থাৎ দস্যুদলটোৰ আচল মন্ত্ৰণাদাতা হ'ল তেওঁৰে পিতাক। ভয়তে ৰত্নাই পদ্মৰ শৰণ ল'লে। পদ্মই ৰত্নাক লৈ ৰাতিতে সেই ঘৰৰপৰা ওলাই গ'ল।

বাটত কোনোবা মাইকী মানুহৰ কান্দোন শুনি পদ্মই ৰত্নাক তাতেই ৰাখি সেইফালৈলৈ খেদি গ'ল। কিন্তু তাত সুদা দোলা এখন পৰি থকাৰ বাহিৰে কোনো মানুহ নাপাই পদ্মই বিফল মনোৰথ হৈ উভতি আহিল। আহি দেখে ৰত্নাও নাই।

দস্যুদলৰ ফুলৰ ওপৰতো চকু পৰিছিল। এদিন ফুলনিত বহি থকা অৱস্থাত সিহঁতে ফুলক অপহৰণ কৰিলে। ৰাতিপুৱা ফুলৰ দেউতাক আৰু লগুৱাটোৱে ফুলক বিচাৰি যাওঁতে অসহায় অৱস্থাত ৰত্নাক পাই ঘৰলৈ লৈ আহিল।

আনফালে পদ্মই ৰাতিপুৱা হাবিত এজন মানুহে এজনী গাভৰুক অত্যাচাৰ কৰিবলৈ উদ্যত হওঁতে উদ্ধাৰ কৰে। পদ্মই প্ৰথমে গাভৰু-জনীক ৰত্না বুলি ভাবিছিল যদিও পৰিচয়ত গম পালে তেওঁৰ নাম

ফুল। পদ্মই ফুলক ফুলগুৰি গাঁৱৰ বলোৰাম নামৰ এজন লোকৰ আশ্ৰয়ত ৰাখি বন্তাক বিচাৰি গ'ল।

ইতিমধ্যে মহগড়ৰ ৰণত মানৰ হাতত সৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ পৰাজয় ঘটিল। দেবেন্দ্ৰ আহত হ'ল। পিছত অনেক শুশ্ৰূষাত সুস্থ হৈ উঠি ফুলহঁতৰ ঘৰলৈ আহিল। তাত ফুলৰ অপহৰণৰ কথা শুনি ফুলক বিচাৰি ওলাল।

বাটতে শুনিবলৈ পালে, সেই গাঁৱত এজনী নিঠৰুৱা ছোৱালীক জোৰকৈ এজনৰ লগত বিয়া দিয়াৰ আয়োজন চলিছে। দেবেন্দ্ৰই কথাৰ ভু-ল'বলৈ ৰাতিয়ে বিয়াঘৰলৈ আহে। ৰাতিৰ আন্ধাৰত দেবেন্দ্ৰকে মান বুলি ভাবি মানুহ দিহাদিহি পলাল। দেবেন্দ্ৰই ছোৱালীজনীক উদ্ধাৰ কৰে। দেবেন্দ্ৰই দেখিলে — এই ছোৱালীজনীয়ে হ'ল মানসী প্ৰিয়া ফুল।

দুয়োজনে সন্তোষমনেৰে ঘৰলৈ আহি থাকোঁতে আকৌ দস্যুদলৰদ্বাৰা আক্ৰান্ত হ'ল। সিহঁতে দেবেন্দ্ৰ আৰু ফুলক ধৰি বান্ধি দুটা বেলেগ বেলেগ ঘৰত আৱদ্ধ কৰি থৈ আন চিকাৰ বিচাৰি ওলাই গ'ল।

ৰাতিপুৱা সস্যুদল নাৱেৰে গৈ থাকোঁতে পানীত বুৰ গ'ল। পদ্ম আৰু বন্তাৰ উন্মাদিনী মাকে নদীৰ পাৰতে থাকিয়ে এই ঘটনাটো দেখিবলৈ পালে। পদ্মই আহি ফুল আৰু দেবেন্দ্ৰক বন্দী অৱস্থাৰপৰা উদ্ধাৰ কৰিলে।

এনেকৈ সকলো বিপদৰ সামৰণি পৰিল। কিছুদিন পিছত ফুলৰ লগত দেবেন্দ্ৰৰ, আৰু বন্তাৰ লগত পদ্মাৰ বিয়া হ'ল।

'ফুল' ইতিহাসৰ পটভূমিত ৰচিত উপন্যাস হ'লেও ইতিহাসৰ আঁচোৰ বৰকৈ নাই। তেনে কোনো ঐতিহাসিক চৰিত্ৰৰো অভাৱ। মূল চৰিত্ৰৰ ভিতৰত দেৱেন্দ্ৰৰ চৰিত্ৰটো উজ্জ্বলকৈ অংকিত কৰা হৈছে। তেওঁ সাহসী, দেশপ্ৰেমিক, চৰিত্ৰবান আৰু কৰ্তব্যপৰায়ণ যুবক। ফুল সবলা গাঁৱলীয়া ছোৱালী। নাম ভূমিকাৰ নায়িকা হিচাপে থাকিব-লগীয়া তেনে বিশেষত্ব ফুলৰ গাত দেখা নাযায়। পদ্ম আৰু বন্তাৰ



চৰিত্ৰ দুটাও দেবেন্দ্ৰ আৰু ফুলৰ কাষে কাষে গৈছে, আৰু নানান বিপৰ্যয়ৰ সন্মুখীন হৈও দুয়ো উপনায়ক-নায়িকাত পৰিণত হৈছে। কাহিনী আগবঢ়ায় নিয়াত কেতবোৰ সস্তীয়া আৰু কৃত্ৰিম উপায় অৱলম্বন কৰা হৈছে। ফলত ইয়াৰ কলাত্মক দিশৰ ক্ষতিসাধন হৈছে।

হ'লেও দেশৰ সমকালীন অৱস্থা, মানৰ অবৰ্ণনীয় অত্যাচাৰৰ কথা উপন্যাসখনত প্ৰকাশ নোপোৱাকৈ থকা নাই। বদনে প্ৰথম মানসেনা লৈ অসমত প্ৰৱেশ কৰিলত, লিখকে বৰ্ণাইছে — "অসমৰ দুৰ্ভাগ্যবশতঃ সেই সৈন্যদলে দেশত শান্তি স্থাপন কৰা দূৰত থাকক, অশান্তিৰ সাগৰতহে জুবুৰিয়াই পেলালে। সিহঁতৰ অত্যাচাৰত বুঢ়া-ডেকা, ল'ৰা-ছোৱালী, জীয়ৰী-বোৱাৰী— সকলোৱে থানথিত হেৰুৱাই মান-মৰ্যাদা জলাঞ্জলি দি পলাবলৈ ধৰিলে। ল'ৰা-বুঢ়াৰ আৰ্তনাদত, সতীৰ গগনভেদী চিঞৰত আকাশ বিদীৰ্ণ হ'বলৈ ধৰিলে "ৰাজ্যৰ অৰাজকতাৰ অছিলাত কিছুমান অসমীয়া দুষ্ট মানুহেও যে, লুটপাট, উৎপাত, নাৰীহৰণ আদি কাম কৰিছিল এনে ঘটনাও উপন্যাসখনত উপস্থাপন কৰা হৈছে— যিবোৰৰ সাক্ষী বুৰঞ্জীয়েও দিয়ে।

ঠায়ে ঠায়ে নাটকৰ দৰে স্বগতোক্তিৰ দীঘলীয়া বৰ্ণনা দিয়া হৈছে। সেইবোৰ পাঠকৰ বাবে আমনিদায়কেই হোৱা নাই, সাহিত্যৰ সৌন্দৰ্যও হানি কৰিছে।

সমগ্ৰ উপন্যাসখনত লিখকৰ কেঁচা হাতৰ পৰশ বিদ্যামান। ৰোমাঞ্চকৰ কল্পনা আৰু কাহিনীৰ মাজত উথলি উঠা বালকসুলভ মানসিকতাই ঔপন্যাসিককো হাবুডুবু খুওৱা যেন লাগে। তথাপি ক'ব লাগিব, ছাত্ৰ-অৱস্থাতে 'ফুল' ৰচি তেওঁ যি উজ্বল ভৱিষ্যতৰ প্ৰতিশ্ৰুতিৰ দিছিল সেই প্ৰতিশ্ৰুত সম্ভাৱনাই পূৰ্ণত্ব লাভ কৰিছে তেওঁৰ পৰৱৰ্তী সামাজিক উপন্যাস 'সাধনা'ত।

## সাধনা

'সাধনা' দণ্ডিনাথ কলিতাৰ সৰ্বশ্ৰেষ্ঠ উপন্যাস। এই উপন্যাসখনে ১৯২৬ চনত অসম সাহিত্য সভাৰ ঘোষিত সৰ্বশ্ৰেষ্ঠ উপন্যাস

প্ৰতিযোগিতাত প্ৰথম হৈ তিনিশ টকা পুৰস্কাৰ লাভ কৰে।

'সাধনা' এখন সামাজিক উপন্যাস। অন্য গ্ৰন্থৰ দৰে ইয়াতো সাধুতা-ভণ্ডামি, সংস্কাৰবাদী-বিচ্ছিনতাবাদীৰ মাজত সংঘৰ্ষ দেখুৱা হৈছে। উপন্যাসখন আপেক্ষিকভাৱে দীঘলীয়া—চাৰিটা খণ্ডত শেষ কৰা হৈছে। সেইদৰে চৰিত্ৰও অনেক। সত্যৰ জয় আৰু অসত্যৰ পৰাজয়ৰে কাহিনী সমাপ্ত হৈছে। কাহিনীৰ চমু ৰূপৰেখা এনে ধৰণৰ—

দীনবন্ধু এজন আদৰ্শবাদী যুৱক। তেওঁ একেধাৰে নিৰ্ভীক, সৎচৰিত্ৰৰ আৰু নিষ্ঠাবান সমাজকৰ্মী। আকাস্মিকভাৱে প্ৰভাৱতী নামৰ যুৱতী এজনীৰ লগত তেওঁৰ পৰিচয় ঘটে। প্ৰভাও দীনবন্ধুৰ আদৰ্শত বিশ্বাসী শিক্ষিতা ছোৱালী। প্ৰভাক শিক্ষয়িত্ৰী হিচাপে লৈ দীনবন্ধুৱে এখন আদৰ্শ বালিকা স্কুল পাতিবলৈ চেষ্টা কৰিলে। এদল ধূৰ্ত আৰু স্বাৰ্থপৰ-লোকে কৌশলেৰে দীনবন্ধুক আঁতৰাই ৰাখি স্কুল পৰিচালনা সমিতি গঠন কৰিলে।

স্কুল পৰিচালনা সমিতিৰ কেইজনমান সদস্যৰ লক্ষ্য আছিল প্ৰভাক হাত কৰি ইন্দ্ৰিয় চৰিতাৰ্থ কৰাৰ। ছলে-বলে বহুতো চেষ্টা কৰি বিফল হৈ প্ৰভাক দীনবন্ধুৰ লগত জড়িত কৰাই বদনাম কৰিলে। কিন্তু দীনবন্ধুৰ সৎসাহস আৰু সত্যনিষ্ঠাত সিহঁত ইয়াতো কৃতকাৰ্য হ'ব নোৱাৰিলে। এনে সংকট অৱস্থাত প্ৰভাক সাহস যোগাইছিল দীনবন্ধুৱে। তাৰ মাজেদি দীনবন্ধু আৰু প্ৰভাৰ অৱচেতন মনত পৰস্পৰৰ প্ৰতি প্ৰেমৰ ক্ষীণ সোঁত বৰলৈ ধৰিলে।

প্ৰভাৰদৰে আন এজনী ছোৱালী উষা। তেৱোঁ দীনবন্ধুৰ গুণমুগ্ধা। মনে মনে তেওঁ দীনবন্ধুকে জীৱনৰ সৰ্বস্ব বুলি ভাবি অবিবাহিত জীৱন যাপন কৰিবলৈ ল'লে। ইফালে অসৎ লোকসকলৰ ব্যৱহাৰত অতীষ্ঠ হৈ প্ৰভাই শিক্ষয়িত্ৰীৰ পদ ইস্তাফা দি দীনবন্ধুৰ লগত সমাজ সেৱা কামত ব্ৰতী হ'ল। উষাও আহি লগ লাগিল। দীনবন্ধুৰ প্ৰতি উষাৰ ভাল পোৱাৰ উমান প্ৰভাই ইতিমধ্যে পাইছিল। তেওঁ নিজৰ স্বাৰ্থ ত্যাগ কৰি উষা আৰু দীনবন্ধুৰ মাজত মিলনৰ ডোল বান্ধি দিলে।



প্ৰভাৰ সমান্তৰাল অথচ সম্পূৰ্ণ বিপৰীত ধৰ্মী এটি নাৰী চৰিত্ৰ হ'ল ৰম্ভা। ৰম্ভা বিলাসিনী আৰু ব্যভিচাৰিণী। ৰূপ যৌৱনেৰে পুৰুষক ভুলাই আত্মস্বাৰ্থ পূৰণ কৰাটোৱেই হ'ল তাইৰ উদ্দেশ্য।

ৰম্ভা বহু পুৰুষৰ কামাগ্নিৰ ইন্ধন সামগ্ৰী হ'ল। যৌৱনৰ উন্মত্ততাত যেনি তেনি ঘূৰি ফুৰিব ধৰিলে। কলিকতালৈ গৈ টকাৰ বিনিময়ত খৃষ্টান ধৰ্ম লৈ মিশ্যন স্কুলৰ শিক্ষয়িত্ৰী হ'ল। মাজতে খৃষ্টান ডেকা এজনক বিয়াও কৰালে, গাউন পিন্ধি বাটত গা ঘেলাই ফুৰিলে। তিনিমাহ নৌযাওঁতে বিবাহ বিচ্ছেদ ঘটিল। শেষত পুৰণি মুছলমান বন্ধু আব্দুলে তাইক কলিকতাৰ এটি গলিত নি তুলিলে। পিছত ৰম্ভাই বুজি পালে এইখন আচলতে বেশ্যালয়।

উপন্যাসখনত কেবাটাও পাৰ্শ্বচৰিত্ৰ আছে। তাৰ ভিতৰত কাতিয়া ওৰফে কাৰ্তিকচন্দ্ৰই মূল কাহিনীৰ কাষে কাষে গতি কৰিছে। অল্প-বুদ্ধিৰ দোষত কাতিয়াই কাৰ্তিকচন্দ্ৰ ভূঞা নাম লৈ এটা দুষ্ট চক্ৰত সোমাল। সিহঁতৰ বুদ্ধিত ঘৰতে দুৰ্গাপূজা পাতিলে। পূজা উপলক্ষে বন্ধু-বান্ধৱসহ সন্ধিয়া পানভোজন হ'ল, কলিকতাৰপৰা অনা খেম্‌টাৱালীৰে নাচ-গানৰ মজলিচ বহিল— লগত পঞ্চমকাৰৰ উপাসনা চলিল।

কাতিৰামৰ পৈতৃক জমা টকা ঢুকাল, আকৌ সৰ্বানন্দৰ গোলাত চাৰিহাজাৰ টকাৰ ধাৰ হ'ল। কাতিৰামে এপদ এপদকৈ সম্পত্তি বেচিব ধৰিলে। সম্পত্তি উদং হ'লত বন্ধু-বান্ধৱে এৰা দিলে। কিন্তু মদৰ নিচাই এৰা নিদিলে। মদ খাই খাই খালত পৰি থকা হ'ল। চিকিৎসাৰ অভাৱত পুতেক মৰিল। স্থাৱৰ অস্থাৱৰ সকলো সম্পত্তি নীলামত গ'ল। মাথোন দীনবন্ধুৱে বহু যত্নেৰে তাৰ বৰঘৰটো নিজে ডাকি লৈ ৰক্ষা কৰিলে। মদ খাই এদিন কাতিৰামো মৰিল।

দীনবন্ধু, প্ৰভাৱতী আৰু উষাত বাহিৰে বাকী প্ৰায়বোৰ চৰিত্ৰই লম্পট, চৰিত্ৰহীন আৰু ভণ্ড। উপন্যাসখনত সমাজৰ দুৰ্নীতি-ভণ্ডামিক তীব্ৰভাৱে ব্যংগ কৰা হৈছে। বহু শাখা-প্ৰশাখাৰে বিভক্ত হোৱাত আৰু বক্তব্য ধৰ্মিতাই প্ৰাধান্য লভাত ইয়াৰ কলা-সৌন্দৰ্য ৰব উজ্বল হৈ

নুঠিল। "তথাপি আধুনিক শিক্ষাৰ মুখা পিন্ধা সমাজৰ তথাকথিত নেতা একশ্ৰেণীৰ বিভৎসতাৰ স্বৰূপ উদ্ঘাটন কৰাত আৰু নাৰীৰ সামাজিক মৰ্যাদা স্বীকাৰ কৰি উপযুক্ত স্থান দিয়াত এই উপন্যাসৰ ভূমিকা অনস্বীকাৰ্য।" ১০

## আৱিষ্কাৰ

'আৱিষ্কাৰ'ৰ কথনভংগী, উদ্দেশ্য, চৰিত্ৰ অংকণ আৰু সমাজচিত্ৰৰ বহুখিনি মিল আছে তেওঁৰ 'সাধনা' উপন্যাসৰ সৈতে। দুয়োখনত সমাজ সংস্কাৰক মুখ্যস্থান দিয়া হৈছে। 'সাধনাৰ দীনবন্ধু আৰু বস্তাই আৱিষ্কাৰত অন্য নাম লৈ আকৌ দেখা দিছে।' ১১

কাহিনীৰ মূল নায়ক মাধৱ ভূঞা নামৰ এজন ডেকা। জাতত কায়স্থ। বিল, এল, পাছ কৰি উকীল হ'ল; কিন্তু ওকালতিৰ সঁচাক মিছা কৰা, মিছাক সঁচা কৰা ব্যৱসায়ৰ সৈতে তেওঁৰ ৰাহিজোৰা নাহিল। ওকালতি এৰি মৃত পিতাকৰ উইলমতে পোৱা চাৰি হাজাৰ টকাৰে সৰু দোকান এখন দিলে। দোকানত এজন মেনেজাৰ আৰু দুজন বিক্ৰীদাৰ ৰাখি মাধৱে নিজকে সমাজ সেৱাত নিজকে নিয়োগ কৰিলে।

মাধৱে ভাল পায় একেখন গাঁৱৰে মহেশ্বৰ বৰুৱাৰ ছোৱালী মালৱিকাক। এই ভালপোৱা আছিল কলুষতাহীন।

প্ৰতিমা অবৈধভাৱে জন্মলাভ কৰা এজনী বিধৱাৰ ছোৱালী। অইন নাথাকিলেও ৰূপ-যৌৱন তাইৰ আছে। বয়স ওঠৰ বছৰ। বহু পুৰুষে তাইৰ সান্নিধ্য বিচাৰে। প্ৰলোভন দেখুৱায়। মাধৱে এই পতিতা পৰিয়ালটোৰ অভিভাৱকত্ব গ্ৰহণ কৰিলে। আৰু প্ৰতিমাক কৰ্মব্যস্ততাৰ মাজত ৰাখিবলৈ নিজ পৰিচালনাত গঢ়ি উঠা সেৱা সমিতিৰ কৰ্মী হিচাপে নিযুক্তি দিলে।

প্ৰতিমাই কিন্তু ইমানদিনে মাধৱৰ চকুত ধূলি দি আহিছিল। শেষত

(১০) ড' সত্যেন্দ্ৰনাথ শৰ্মা: অসমীয়া উপন্যাসৰ ভূমিকা, পৃঃ ১৩৯
(১১) ঐ ঐ পৃঃ ১৩৯



গম পোৱা গ'ল তাই আন্তঃসত্বা। কথাটো জানি কিন্তু মাধৱে প্ৰতিমাক ঘৃণাও নকৰিলে. ত্যাগো নকৰিলে। নিৰ্দিষ্ট সময়ত প্ৰতিমাই মৃত সন্তান এটা প্ৰসৱ কৰিলে। মাধৱে বহু চেষ্টা কৰাই প্ৰতিমাক সুস্থ কৰি তুলিলে। সুস্থ হৈ প্ৰতিমা সেৱাসমিতিতে কাম কৰি থাকিল।

ইয়াৰ পিছত ঘটনাই লুটি বাগৰ ল'লে। উগ্ৰসেন বৰুৱা নামৰ এজন কংগ্ৰেছী নেতাৰ প্ৰৰোচনাত প্ৰতিমাই কংগ্ৰেছত যোগ দিলে। মাধৱে মনত দুখ পালে।

মাধৱকো বহুতে কংগ্ৰেছত যোগদান কৰিবলৈ জোৰ দিছিল; কিন্তু তেওঁ সন্মত নহ'ল। সেৱাসমিতিৰযোগে সমাজৰ সেৱাত ব্ৰতী হৈ ৰ'ল, অ'ত ত'ত সেৱাসমিতি গঠন কৰিলে। চাহ বাগিছাৰ বনুৱা বস্তিত হাবিৰাম নামৰ এজন লোকৰ সাহায্যত স্কুল আদি পাতিলে। নামঘৰ সজালে। বনুৱাসকলৰ ভিতৰত থকা লাওপানী আদি খোৱা কুঅভ্যাস এৰুৱালে।

ইতিমধ্যে মাধৱে ভালপোৱা মালৱিকাৰ দামোদৰ শৰ্মা নামৰ এজন চাহবাগিচাৰ মালিকৰ লগত বিয়া হ'ল। কিন্তু বিয়াৰ পিছত মালৱিকাৰ স্বামী ঢুকাল। পিছত মাধৱে বিধবা মালৱিকাক গ্ৰহণ কৰিলে।

হঠাতে মাধৱে এখন চিঠি পালে প্ৰতিমাৰপৰা। ঠিকনা পুৰীৰ। মৃত্যুত আগমুহূৰ্তত তাই মাধৱক চাবলৈ বিচাৰিছে। মাধৱৰ লগত মালৱিকাও পুৰীলৈ ওলাল।

মাধৱে পুৰীত গৈ প্ৰতিমাক অন্তিম অৱস্থাত পালে। অলপ পিছতে তাইৰ প্ৰাণপখী উৰি গ'ল।

শ সংকাৰৰ ব্যৱস্থা কৰোঁতে প্ৰতিমাৰ হাতৰপৰা এখন চিঠি সৰি পৰিল। মাধৱে দেখিলে চিঠিখন প্ৰতিমাই তালৈয়ে লিখা। চিঠিত প্ৰতিমাৰ নিজৰ স্খলিত জীৱনৰ অতীত বৰ্তমানৰ বহু কথাৰ স্বীকাৰোক্তি আছে। আদিৰেপৰা কেনেকৈ মাধৱক হাত কৰিবলৈ নানা চলনাৰ আশ্ৰয় ল'লে, কেনেকৈ কংগ্ৰেছৰ কামত ঘূৰি ফুৰোঁতে সুপ্ত কামনাৰ বশৱৰ্তী হৈ তথাকথিত নেতাসকলৰ ওচৰত আত্মসমৰ্পণ কৰিলে, শেষত

কেনেকৈ গৃহ শিক্ষয়িত্ৰী হৈ কলিকতাত আহি সুধাংশু ৰায় নামৰ এজন ভদ্ৰলোকৰ ৰক্ষিতাৰূপে দিন কটাবলৈ ল'লে, আৰু তাত চাৰিমাহ থকাৰ পিছত এটি মৃত সন্তান প্ৰসৱ কৰি শেষত কেনেকৈ যক্ষ্মা ৰোগাক্ৰান্তা হৈ পুৰীত আহি মৃত্যুৰ ক্ষণ গনিছে—এইসকলে কাহিনী চিঠিখনত অকপটভাৱে প্ৰতিমাই স্বীকাৰ কৰিছে ।

নাৰী চৰিত্ৰ যে দুৰ্বোধ্য এই কথা মাধৱে বুজি পালে । মাধৱৰ ভাষাত "মোৰ ইমানদিনৰ ভুল সংশোধন হ'ল। ইমানদিনৰ মূৰত নতুন তথ্য এটা আৱিষ্কাৰ হ'ল ।"

কলিতাৰ 'আৱিষ্কাৰ' উপন্যাসখনত চৌত্ৰিশ টা অধ্যায় আছে। হাতে লিখা অৱস্থাত ছোৱা-ছোৱাকৈ ডাঃ দীননাথ শৰ্মা সম্পাদিত 'আৱাহন'ত প্ৰকাশ হৈছিল । সেইখনকে পুনৰ হাত ফুৰাই ১৯৪৮ চনত পুথি আকাৰে প্ৰকাশ কৰে ।

'আৱিষ্কাৰ' সমাজ সংস্কাৰকসকলৰ উদ্দেশ্য কৰি লিখা । লিখকে পাতনিত 'ভৱিষ্যত সংস্কাৰকসকলে এই আৱিষ্কাৰৰপৰা তেওঁলোকৰ কৰ্মপন্থা নিৰ্বাচনত অন্ততঃ ভাবি চাবলৈ কিবা এটা তথ্য পাব' বুলি বিশ্বাস ৰাখি নিজৰ সংস্কাৰধৰ্মী মনোভাৱৰ পৰিচয় দিছে ।

### অদৃষ্ট

দণ্ডিনাথ কলিতা ৰচিত আন এখনি সামাজিক উপন্যাস 'অদৃষ্ট'। ৰচনাকাল ১৯৪৯ চন ।

সমগ্ৰ কাহিনীটো বিংশ অধ্যায়ত বিভক্ত কৰি বৰ্ণোৱা হৈছে । বৰ্ণনা ভংগী ৰসাল। বিশেষ জটিলতাৰ সৃষ্টি নকৰাকৈ সমাজ চিত্ৰ এখন দাঙি ধৰিছে । কাহিনীটো সংক্ষেপকৈ এনেকুৱা—

দয়াৰাম ৰাজপথেৰে আহি আছিল বাটত দেখিলে এহাল মতা-মাইকীয়ে কাজিয়া কৰিছে ; আৰু মতাটোৱে ঘৈনীয়েকক মাৰিছে। এনে নিষ্ঠুৰতা দেখি দয়াৰামে হাতৰ লাখুটিডালেৰে মতাটোক এটা কোব শোধালে । মতাটো কোব খাই মৃতবৎ হৈ পৰিল। মতাটো



মৰা বুলি ভাৱি মাইকীটোৱে চিঞৰি চিঞৰি কান্দিব ধৰিলে । কান্দোন শুনি ওচৰত থকা মানুহ দুই এজনকৈ চাপি আহিবলৈ ধৰা দেখি দয়াৰাম তাৰপৰা পলাল ।

দয়াৰামৰ বিয়া জালি নামৰ এজন মানুহৰ জীয়েক কপাহীৰ সৈতে হোৱাৰ কথা আছিল । মানুহ মৰাৰ অপৰাধত পুলিচে ধৰি নিব বুলি দয়াৰামে আত্মগোপন কৰি থাকিল। তাৰ সন্ধান নোহোৱা হ'লত বিয়া-পৰিল ।

জালিৰ ঘৰৰপৰা ছয় মাইলমান আঁতৰত মদন মণ্ডলৰ ঘৰ। মণ্ডলৰ পুতেক পীতাম্বৰৰ বাবে কলিয়াবৰৰ এজনী ছোৱালী চোৱা হৈছিল। আচলতে এই ছোৱালীজনীৰ লগতে দয়াৰামৰ বিয়াৰ ঠিক হৈছিল । দয়াৰামৰ খবৰ নোহোৱা হোৱাত মণ্ডলে সেই ছোৱালীজনীকে ধৰিছিল।

নবাই শৰ্মাৰ ঘৰ তেজপুৰ নগৰৰপৰা তিনি মাইল নিলগত। প্ৰথমে অৱস্থা বেয়া আছিল যদিও ককায়েকৰ মৃত্যুৰ পিছত ককায়েকৰ পুতি থোৱা দুই হাজাৰ টকা আত্মসাৎ কৰি ধনী হৈ পৰিল। সেই টকা আৰু কেনেকৈ বঢ়াব পাৰি তেওঁ তাৰে চিন্তাত আছিল । এদিন এটি ধূৰ্ত বাবাজীয়ে মন্ত্ৰৰ বলত ধন দুগুণ কৰি দিম বুলি লোভ দেখুৱাই শৰ্মাৰ আঠৈ হাজাৰ টকা লৈ উধাও হ'ল । উপায় নাপাই তেওঁ পুলিচত গোচৰ দিলে ।

পুলিচে সেই বাবাজীজনক বিচাৰি ফুৰোঁতে ছদ্মবেশ ধৰি পলাই ফুৰা দয়াৰামকে ধৰি পেলালে ; কিন্তু ভালকৈ চাই দেখিলে ই প্ৰকৃত বাবাজী নহয় । দাড়ি-চুলি কৃত্ৰিম। তথাপি তাক পুলিচে আটক কৰি থ'লে। পিছত ঘৰৰ মানুহে জানিব পাৰি দয়াৰামক জামিনত মোকোলাই লৈ আহিল ।

পীতাম্বৰৰ লগত কপাহীৰ বিয়াৰ ৰাতিয়ে দয়াৰামহঁত পুলিচ থানাৰ-পৰা ঘৰ পাইছিল । কপাহীৰ বিয়াৰ কথা শুনি সি ম্ৰিয়মান হ'ল।

কিন্তু পীতাম্বৰৰ বিয়া নহ'ল । তাৰ সেই আউৰীয়া বেমাৰটোৱে উক দিলে । মণ্ডলে কোনোবাই কুমন্ত্ৰ কৰা বুলি কৈ বিয়া দুদিনলৈ

পিছুৱাবলৈ ক'লে। আচল কথাটো কইনা পক্ষই বুজি পালে। সকলোৱে মিলি লগ্নমতেই কপাহীৰ বিয়াখন দয়াৰামৰ লগত সমাধা কৰি দিলে। এইখিনিতে উল্লেখযোগ্যযে, যিটো মানুহ মৰিল বুলি ভয়তে ইমানদিন দয়াৰাম সন্ন্যাসী সাজি পলাই ফুৰিছিল, সি আচলতে মৰা নাছিল, দুষ্টালি কৰি মৰাৰ ভাও জুৰিছিল।

অৱশেষত টকাৰ শোকত নৰাই পণ্ডিত পগলা হৈ পগলা ফাটেক পালেগৈ।

'অদৃষ্ট' উপন্যাসখন কলিতাৰ 'সাধনা' বা 'আৱিষ্কাৰ'ৰ পৰ্যায়ৰ বুলি ক'ব নোৱাৰি। তেওঁৰ অন্য পুথিৰ দৰে ইয়াতো অৱশ্যে বাল্যবিবাহৰ পৰিণাম, ধৃতিনীতি, কুসংস্কাৰ, হিংসা, চতুৰতা, ধনৰ লোভ আদি বিভিন্ন ঘটনাৰ সমাবেশ ঘটিছে। কেবাটাও উপকাহিনীৰ লগত চৰিত্ৰও বহুত হৈছে। তথাপি কাহিনীৰ প্ৰধান নায়ক-নায়িকা বুলি ক'বলৈ নাম বিচাৰি পোৱা টান।

কলিতাদেৱৰ অন্যকেইখন উপন্যাসৰ দৰে 'অদৃষ্ট'ৰো অদৃষ্ট নিৰূপণ কৰা হৈছে।

## গণ-বিপ্লৱ

আহোম ৰাজত্বৰ বিয়লি বেলাত সংঘটিত মোৱামৰীয়া বিদ্ৰোহৰ পটভূমিত ৰচিত 'গণবিপ্লৱ' এখন ইতিহাস প্ৰধান উপন্যাস। লিখকে পাতনিত 'গণ-বিপ্লৱ' যদিও বুৰঞ্জীৰ ভেটিত প্ৰতিষ্ঠিত, তথাপি ই বুৰঞ্জী নহয়, উপন্যাসহে, বুলি ক'লেও উপন্যাসৰ সৃষ্টিধৰ্মিতা ইয়াত বিশেষ পোৱা নাযায়। 'ই গল্পৰ চলেৰে প্ৰকাশ কৰা ইতিহাস বুলি ক'ব পাৰি, উপন্যাস বুলি আখ্যা দিবৰ যুক্তি নাই।' (১২)

ইতিহাসৰ পোনপটীয়া পোহৰত গণ-বিপ্লৱ ৰচিত। মূল কাহিনীটো উত্থাপিত হৈছে প্ৰথমে বৰৰজা ফুলেশ্বৰী কুঁৱৰী, পিছত কীৰ্তিচন্দ্ৰ বৰবৰুৱাৰ

(১২) ডঃ সত্যেন্দ্ৰনাথ শৰ্মা: অসমীয়া উপন্যাসৰ ভূমিকা, পৃঃ ১৪১



মোৱামৰীয়া নিৰ্যাতনক কেন্দ্ৰ কৰি। লিখকে কাহিনীৰ লেজু কেবা শতাব্দীৰ আগৰপৰাই টানিছে।

চুকাফাই সৌমাৰ অধিকাৰ কৰাৰ কিছুকাল পিছতে বংগদেশৰ শান্তি-পুৰৰপৰা কেইজনমান বামুণ পৰশুৰামকুণ্ড তীৰ্থ-দৰ্শনৰ বাবে আহিছিল; আৰু ইয়াতে নিগাজীকৈ বসবাস কৰিবলৈ লৈছিল। এওঁলোক শাক্তধৰ্মী আছিল। শংকৰদেৱৰ সময়ৰপৰা অসমত বৈষ্ণৱধৰ্ম চলিবলৈ লৈছিল যদিও, উক্ত বামুণৰ বংশধৰসকলে ৰজা আৰু বিষয়াসকলক পূজা পাতল আদি কৰাত প্ৰভাৱান্বিত কৰিছিল। ব্ৰাহ্মণসকলৰ পৰামৰ্শ ক্ৰমেই গদাধৰ সিংহই বৈষ্ণৱ সত্ৰবিলাকৰ ওপৰত অত্যাচাৰ চলালে। ৰুদ্ৰসিংহই শৰণ লোৱাৰ মানসেৰে শান্তিপুৰৰপৰা কৃষ্ণৰাম ভট্টাচাৰ্য নামৰ এজন শাক্ত-গুৰু আনিলে। অৱশ্যে যি কোনো কাৰণতে নহওক, তেওঁৰ শৰণ দীক্ষা লোৱা নহ'ল। পুতেক শিৱসিংহ, প্ৰমত্তসিংহ আৰু ৰাজেশ্বৰ সিংহই কৃষ্ণৰাম ভট্টাচাৰ্যক গুৰু ভজিলে।

এই ব্ৰাহ্মণদলৰ নেতাজনৰ নাম বিশ্বদেৱ। বিশ্বদেৱৰ বুদ্ধিতে চিনাতলীৰ ফুলমতী নাচনী আহি প্ৰথমে কাৰেঙৰ লিগিৰী, পিছত ফুলেশ্বৰী কুঁৱৰী নাম লৈ ৰজা শিৱসিংহৰ পাটৰাণী হৈ বহিল। আনকি ৰজাৰ ছত্ৰভংগ যোগ অহা বুলি জোতিষীৰ ভৱিষ্যত বাণীত ভয় পাই শিৱসিংহই ফুলেশ্বৰী কুঁৱৰীক বৰৰজা পাতি ৰাজ্যভাৰো অৰ্পণ কৰিলে।

বিশ্বদেৱৰ ফুচুলনিত ফুলেশ্বৰী কুঁৱৰীয়ে ৰাজকাৰেঙতে মহাসমাৰোহেৰে দুৰ্গাপূজাৰ আয়োজন কৰিলে। তালৈ বৈষ্ণৱ-মহন্ত সকলোকো নিমন্ত্ৰণ জনালে। মহন্তসকলে ৰাজ-নিমন্ত্ৰণ অমান্য নকৰি পূজালৈ আহিল যদিও দেৱীসেৱা আৰু পূজাৰ প্ৰসাদ খাবলৈ অমান্তি হ'ল। সেইসকলৰ ভিতৰত মোৱামৰীয়া মহন্ত চতুৰ্ভুজো আছিল।

ৰাণীয়ে সকলো মহন্তকে জোৰকৈ দেৱীক সেৱা কৰাই পূজাৰ প্ৰসাদ কটিয়াই খুৱালে, আৰু বলিকটা তেজেৰে প্ৰত্যেকৰ কপালত ফোঁট দিয়ালে।

ভীষণভাৱে অপমানিত হৈ মোৱামৰীয়া মহন্ত নিজ সত্ৰলৈ উভতি

আহিল। গুৰুৰ এনে অপমানত সকলো শিষ্য প্ৰশিষ্যই ৰজাৰ বিপক্ষে জাঙুৰখাই উঠিল। ইতিমধ্যে ফুলেশ্বৰী কঁুৱৰী, তাৰ পিছত ৰজা শিৱসিংহৰ মৃত্যু ঘটিল। শিৱসিংহৰ পিছত প্ৰমত্তসিংহই সিংহাসন আৰোহণ কৰিলে। তেওঁৰ সময়তে চতুৰ্ভুজ মহন্তৰো পৰলোক প্ৰাপ্তি ঘটিল। তেতিয়া পুতেক অষ্টভুজ মায়ামাৰা সত্ৰৰ অধিকাৰ হ'ল।

প্ৰমত্তসিংহৰ দিন কেইটা শান্তিৰে গৈছিল। তেৰোঁ স্বৰ্গী হ'ল। তেওঁৰ পিছত ৰজা হ'ব লাগিছিল ভায়েক মোহনমালাই; কিন্তু তেওঁৰ গাত বসন্তৰ দাগ থকা বুলি বিষয়াসকলে সৰু ভায়েক ৰাজেশ্বৰ সিংহক ৰজা পাতিলে। ৰাজেশ্বৰ সিংহৰ মৃত্যু হ'লত লক্ষ্মীসিংহ সিংহাসনত বহিল। তেওঁৰ দিনত কীৰ্তিচন্দ্ৰ বৰবৰুৱা দেশৰ সৰ্বেসৰ্বা হৈ উঠিল। কীৰ্তিচন্দ্ৰ বৰবৰুৱাই হাতী দিয়া কাৰ্যৰ অজুহাতত মোৱামৰীয়া শিষ্য নাহৰৰ কাণ দুখন কটাই দিলে। বাঘৰ মৰাণকো খৰি যোগোৱা অপৰাধত চমতাৰে কোবোৱালে।

মোৱামৰীয়াসকল আগৰেপৰা ৰজাৰ ওপৰত অসন্তুষ্ট হৈ আছিল। এইবাৰ আৰু সহ্য নকৰিলে। গুৰুৰ নিৰ্দেশক্ৰমে বাঘৰ আৰু ৰমাকান্তৰ নেতৃত্বত ৰজাৰ বিৰুদ্ধে অস্ত্ৰ হাতত তুলি ল'লে। নিৰ্বাসিত আহোম কোঁৱৰ মোহনমালাক ৰজা পতাৰ আশা দি মোৱামৰীয়াৰ ফলীয়া কৰিলে। নাহৰৰ দুই পত্নী ৰাধা আৰু ৰুক্মিণীৰ নেতৃত্বত দুটা নাৰী বাহিনী গঢ়ি উঠিল।

যুদ্ধৰ আয়োজন সম্পূৰ্ণ হোৱাত মোৱামৰীয়াসকলে আহোমৰ বিপক্ষে প্ৰতক্ষ্য যুদ্ধ ঘোষণা কৰিলে। নায়ক হ'ল মোহনমালা। ৰাধা ৰুক্মিণীয়ে ৰণচণ্ডীৰূপ ধৰি ৰণক্ষেত্ৰত নামিল। যুদ্ধত আহোম সৈন্য সম্পূৰ্ণ পৰাস্ত হ'ল। মোৱামৰীয়াই লক্ষ্মীসিংহক বন্দী কৰিলে। ৰাঘৱে কীৰ্তিচন্দ্ৰ বৰবৰুৱাক নচচা শূলত দি মাৰিলে। ৰাঘৱে পূৰ্বৰ প্ৰতিশ্ৰুতি ভংগকৰি মোহনমালাক ৰজা নাপাতি নাহৰৰ পুতেক ৰমাকান্তক ৰজা পাতিলে বিৰক্ত হৈ মোহনমালাই ইহঁতৰ সংগৰপৰা আঁতৰি গ'ল।

মোৱামৰীয়া বিদ্ৰোহৰ আখ্যানভাগেই 'গণ-বিপ্লৱৰ' মূল আধাৰ।



বৰ্ণনামূলক পদ্ধতিৰে সমগ্ৰ কাহিনীটো উপস্থাপন কৰা হৈছে। বৰ্ণনাত কোনো জটিলতা নাই। মূল কাহিনীৰ লগত সহযোগী কাহিনী দেখা নাযায়। টাৰিমুৱাৰ জীয়েক লখিমী আৰু নাহৰৰ পুতেক ৰমাকান্তৰ প্ৰেমৰ কথা আছে যদিও ঘটনাৰ বিকাশত বিশেষ সহায় কৰা নাই। লখিমী-ৰমাকান্তৰ প্ৰেমৰ প্ৰসংগৰ বাহিৰে বাকী চৰিত্ৰবোৰ বুৰঞ্জীৰপৰা বুটলি লোৱা।

যি অৰ্থত ফৰাচী-বিপ্লৱ বা ৰুচ-বিপ্লৱ বা ভাৰতৰ চিপাহী-বিদ্ৰোহক গণ-বিপ্লৱ আখ্যা দিয়া হৈছে, সেই অৰ্থত কলিতাদেৱৰ উপন্যাসৰ 'গণ-বিপ্লৱ' নামটো বৰ ৰজিতা খোৱা যেন নালাগে। দৰাচলতে এটা সম্প্ৰদায়হে মোৱামৰীয়া বিদ্ৰোহৰ গুৰিবঠা ধৰিছিল। জাতি-বৰ্ণ নিৰ্বিশেষে সকলো অসমীয়া প্ৰজাই তাত অংশগ্ৰহণ কৰা নাছিল। মুঠতে ই শাক্তৰ বিৰুদ্ধে বৈষ্ণৱৰ বিপ্লৱো নহয়, কিম্বা সাংস্কৃতিক আদৰ্শত সংগঠিত জন-বিপ্লৱো নহয়। আনকি শেষত ৰাজনৈতিক লক্ষ্যভ্ৰষ্ট হোৱাৰ বাবে, এই বিপ্লৱে সৰ্বসাধাৰণ প্ৰজাৰ সমৰ্থন লাভ কৰিবলৈ সক্ষম নহ'ল।

উপন্যাসখনত ৰুদ্ৰসিংহ, শিৱসিংহ, মোহনমালা, ৰাজেশ্বৰ সিংহ, লক্ষ্মীসিংহ, কৃষ্ণৰাম ভট্টাচাৰ্য, বিশ্বদেৱ, কীৰ্তিচন্দ্ৰ বৰবৰুৱা, নাহৰ ৰাঘৱ, ৰমাকান্ত, চতুৰ্ভুজ, অষ্টভুজ, ফুলেশ্বৰী, লখিমী আদি কেবাটাও উল্লেখযোগ্য চৰিত্ৰ অংকিত কৰা হৈছে। তথাপি কাকো নায়ক-নায়িকা আখ্যা দিব নোৱাৰি। হ'লেও মোহনমালা চৰিত্ৰটোৱে পাঠকৰ মনত ৰেখাপাত কৰিবলৈ সমৰ্থ হৈছে। মোহনমালাই ৰজাৰ বিৰুদ্ধে মোৱামৰীয়াক সহায় কৰিলেও প্ৰকৃতাৰ্থত তেওঁ এজন আদৰ্শপৰায়ণ আৰু দেশপ্ৰেমিক পুৰুষ। তেওঁ বিদ্ৰোহী দলত যোগদান কৰাৰ অৰ্থ-হ'ল "যদি কৃতকাৰ্য হওঁ, অন্যায়-অধৰ্মৰ শাসন লোপ কৰিম, শান্তিময় নতুন অসম গঢ়ি তুলিম। ৰাঘৱৰ বিশ্বাসঘাটকতা আৰু স্বেচ্ছাচাৰিতাত মোহনমালা শেষলৈ ক্ষুব্ধ হ'ল। যেতিয়া ৰাঘৱে তেওঁক 'ৰাজপাট লাগে যদি লওক, নালাগিলে গুচি যাওঁক' বুলি অৱজ্ঞাসূচক ভাব প্ৰকাশ কৰিলে, তেতিয়া মোহনমালাই তেজী ভাষাৰে উত্তৰ দিলে— 'আগেয়ে নামৰূপত বন্দী আছিলোঁ এতিয়া কাৰেঙত বন্দী কৰিব খুজিছা।

তেনে ৰাজপাট মোক নালাগে। তোমালোকৰ অন্যায় কাৰ্যখিনিৰ দায়িত্ব ল'বলৈ মই ৰজা হ'ম নে ?"

'গণ-বিপ্লৱ' উপন্যাসখনত বৰ্ণিত কাহিনীবোৰ সৰ্গদেউ চুডাংফাৰপৰা লক্ষ্মীসিংহৰ দিনলৈকে। এই কালছোৱাত শাক্ত আৰু বৈষ্ণৱ সম্প্ৰদায়ৰ মাজত যি অৰিয়াঅৰি, মোৱামৰীয়াসকলে কেনেদৰে বিদ্ৰোহ কৰি আহোম শক্তিক সিংহাসনচ্যুত কৰিলে তাক বুৰঞ্জীসন্মতভাৱে বৰ্ণোৱা হৈছে। লতাকটা ৰণৰ বিৱৰণ, নামৰূপ হাবিৰ প্ৰাকৃতিক বৰ্ণনা আৰু লখিমীৰ দৈহিক ৰূপৰ বৰ্ণনাই উপন্যাসখনৰ সৌন্দৰ্য বৃদ্ধি কৰিছে।

সি যি কি নহওঁক, 'গণ-বিপ্লৱ'ত অষ্টাদশ শতিকাৰ অসমখনৰ সৰ্বাংগীন চিত্ৰ এটি আমি হুবহু দেখিবলৈ পাওঁ। সেয়ে, ইয়াৰ এটা স্বকীয় মূল্য আছে। উপন্যাস হিচাপে সাৰ্থকতা লভিব নোৱাৰিলেও এটা জাতীয় প্ৰেৰণা ইয়াৰ ভিতৰত অনুৰণিত হৈ আছে।

## হত্যাকাৰী কোন

দণ্ডিনাথ কলিতাৰ 'হত্যাকাৰী কোন' এই ৰহস্যমূলক উপন্যাসখন প্ৰথম ছপা আকাৰে প্ৰকাশ পায় ১৯৪৭ চনত। উপন্যাসখনৰ নায়ক হ'ল সুদখোৰ, চোৰাং কাৰবাৰী, লম্পট লগতে জালিয়াতী কামত ওস্তাদ শ্যামচাঁদ নামৰ এজন বঙালী ব্যৱসায়ী। অৱশেষত হত্যা আৰু কানিৰ চোৰাং ব্যৱসায়ত অভিযুক্ত শ্যামচাঁদক আদালতে বিচাৰ কৰি যাৱজ্জীৱন দ্বীপান্তৰ দণ্ড বিহিলে।

উপন্যাসখনত প্ৰেমলতাৰ দৰে সুচাৰুণী নাৰী, স্বদশনিৰ দৰে বিচক্ষণ চোৰাংচোৱা তোলন আৰু নিনাইৰ দৰে নিৰীহ চৰিত্ৰৰলোকো আছে। পঢ়ি গ'লে কাহিনীটো আমনি নালাগে—বৰং উৎকণ্ঠহে বাঢ়ে।

তথাপি এটা কথা ক'ব লাগিব—নামত উপন্যাস হ'লেও 'হত্যাকাৰী কোন'ত সাহিত্যিক সৌন্দৰ্য কম। চৰিত্ৰবোৰো গতানুগতিক ডিটেক্‌টিভ উপন্যাসৰ লেখীয়া। সেয়ে ইয়াক সফল উপন্যাসৰ শাৰীত ধৰিব নোৱাৰি।

# গল্প-সাহিত্য

## সাতসৰি

অন্যায় অবিচাৰ আৰু কুসংস্কাৰ সমাজৰপৰা আঁতৰ কৰি নিকা সমাজ এখন গঢ়ি তোলাৰ প্ৰচেষ্টা দণ্ডিনাথ কলিতাৰ অইন লিখনীৰ দৰে তেওঁৰ একমাত্ৰ গল্পৰ পুথি 'সাতসৰি'তো পৰিস্ফুট হৈ উঠিছে। গল্পৰ শৈলীতকৈ সংস্কাৰশীল মনোভাৱটোত অধিক গুৰুত্ব আৰোপ কৰাত শৈলী বা কলাৰ দিশটো দুৰ্বল দেখা গৈছে। হাস্য বা ব্যংগৰ দিশটোও তেনেদৰে অনুপস্থিত। "কলিতাদেৱৰ গল্প কোৱা ৰীতি পোণ। ঠায়ে ঠায়ে শব্দ গাঁঠনিৰ মাধুৰ্য থাকিলেও সৰহ ক্ষেত্ৰতে ৰচনা-ৰীতি প্ৰাচীন সাধুৰ ৰীতিৰ সদৃশ। কোনো কোনো গল্পৰ মাজত প্ৰাকৃতিক সৌন্দৰ্যৰ চুটি বৰ্ণনাও আছে। কিন্তু কাহিনীৰ লগত এনে বৰ্ণনাৰ সম্বন্ধ নাই। কেবাটাও গল্পত লেখকৰ উদ্দেশ্য ওপৰত ওলাই পৰাত সেই-বোৰ প্ৰকৃত জীৱনৰ টুকুৰা যেন নালাগে।"[১৩]

'সাতসৰি' সাতোটা গল্পৰ সমষ্টি। গল্প কেইটা হ'ল একোছা চুলি (১৯১০), চোৰ (১৯১৪), সধবা নে বিধবা নে কুমাৰী (১৯১৮), এটি চুমা (১৯১০), আই উঠ (১৯১৭), হৰিচৰণৰ বিয়া (১৯১৮), ভুল (১৯১৮)। গল্প সংকলন হিচাপে প্ৰকাশ পায় ১৯২৩ চনত।

'একোছা চুলি'ত এহাল ডেকা-গাভৰুৰ প্ৰেমৰ কথাই ঠাই পাইছে। প্ৰবেশিকা পৰীক্ষা পাছ কৰি উঠি সূৰ্যই উচ্চশিক্ষা লাভৰ বাবে কলিকতালৈ যোৱাৰ সময়ত মালতীয়ে তাক নিজৰ একোছা চুলি কাটি প্ৰণয়ৰ স্মৃতিচিন হিচাপে দিলে। মালতীৰ মৃত্যু হ'লত সূৰ্যই এই চুলি কোচাকে বুকুত সাৱটি ৰাখিলে।

'চোৰ' নামৰ গল্পটোতও নন্দেশ্বৰ আৰু যমুনাৰ ভাল পোৱাৰ কথা আছে। অৰ্থলিপ্সু নন্দেশ্বৰৰ জীয়েক যমুনা গৰীব ৰঘুৰ প্ৰতি আসক্তা। এদিন ৰঘুৱে অভাৱৰ তাৰণাত আৰ্থিক সাহায্য বিচাৰি নন্দেশ্বৰৰ ঘৰলৈ আহোঁতে চ'ৰাঘৰত এখন জাল-মোনাত ছয়শ টকা পাই লৈ গ'ল।

(১৩) ত্ৰৈলোক্য নাথ গোস্বামী : আধুনিক গল্প-সাহিত্য, পৃঃ ১৪৬

সেই টকাৰে ৰঘুৱে মৃত পিতাকৰ ঋণ পৰিশোধ কৰাৰ উপৰি নিজৰ অৱস্থাও উন্নত কৰিলে। এদিন সি যি ঠাইৰপৰা টকা আনিছিল সেই ঠাইত আঠশ টকা আৰু লগত এখন চিঠি থৈ আহিল। টকা আৰু চিঠি পাই নন্দেশ্বৰৰ মন কুমলিল, আৰু জীয়েক যমুনাক ৰঘুৰ লগত বিয়া দিলে।

'সধবা নে বিধবা নে কুমাৰী' নামৰ গল্পটোত প্ৰতিমা নামৰ এজনী ছোৱালী সৰুতে এজন বৃদ্ধবয়সৰ মানুহৰ লগত বিয়া হৈছিল। ডাঙৰ হৈ প্ৰতিমাৰ মন বিদ্ৰোহী হৈ পৰিল; আৰু বৃদ্ধ স্বামীক প্ৰত্যাখ্যান কৰি কুমাৰী জীৱন যাপন কৰিবলৈ ল'লে।

'এটি চুমা' এইটোও কমলেশ্বৰী আৰু ৰত্নি নামৰ যুৱক-যুৱতী এহালৰ প্ৰেমৰ গল্প। বহুদিনৰ বিচ্ছেদৰ পিছত ৰত্নি ঘূৰি ঘূৰি বৃন্দাৱনত অসুস্থ হৈ পৰে। তাতে যোগনীবেশী কমলেশ্বৰীক লগ পায়। আৰু ৰত্নিয়ে কমলেশ্বৰীক এটি চুমা খাই শেষ বিদায়-সম্ভাষণ যাচিলে।

'হৰিচৰণৰ বিয়া'ত সমাজৰ বাধা আৰু কৌটীকলীয়া সংস্কাৰৰ বিৰুদ্ধে ব্ৰাহ্মণপুত্ৰ হৰিচৰণে শূদ্ৰকন্যা ললিতাক বিয়া কৰোৱা ঘটনা বৰ্ণনা কৰা হৈছে।

'ভুল' নামৰ গল্পটোত অৰ্থলোলুপতাৰ পৰিণতি অংকন কৰা হৈছে। ৰমাকান্তই বিবাহিত পত্নী থকা সত্বেও অৰ্থৰ আকৰ্ষণত মহিলা ডাক্তৰ প্ৰেমলতাৰ লগত প্ৰেমৰ অভিনয় খেলিবলৈ লয়। প্ৰেমলতাই এই মনোভাব বুজিব পাৰি ৰমাকান্তক এদিন প্ৰেমৰ চুম্বনৰ সলনি তিৰস্কাৰ কৰি খেদি পঠালে। ইপিনে ৰমাকান্তৰ ঘৈণীয়েকৰ মৃত্যু হ'ল।

'আই উঠ' কলিতাৰ এটি অন্য ঠাচৰ গল্প। সোণাৰামহঁতৰ পোহনীয়া শালিকাটোৱে 'আই উঠ' মাত মাতিবলৈ শিকিছিল। এদিন সোনাৰামৰ মাক মৰিল। শালিকাটোৱে মাকৰ মৰিশালিত 'আই উঠ' 'আই উঠ' বুলি চিঞৰি চিঞৰি নিজেও মৰি থাকিল। প্ৰেম আৰু অনুভূতি যে সকলো জীৱৰ মাজতে বিৰাজমান তাকে 'আই উঠ' গল্পৰ মাজেদি ফুটাই তোলা হৈছে।

# ব্যংগ কাহিনী

## আত্মানন্দৰ আত্মকাহিনী

'আত্মানন্দৰ আত্মকাহিনী'ৰ যোগেদি কলিতাদেৱে সমাজৰ দুৰ্নীতি, ভণ্ডামি, কুসংস্কাৰ আদি ফঁহিয়াই দেখুৱাইছে। পুথিখনত বাৰটা কাহিনী সন্নিবিষ্ট কৰা হৈছে। যথা— 'ঈশ্বৰ কোনে পায়?,' 'ভূগোল শিক্ষা,' 'দুৰ্ভিক্ষ ভঁৰাল.' 'স্বদেশী প্ৰচাৰ,' 'কলেৰা নিবাৰণ,' 'ছৰ্দা আইন,' 'সনাতন ধৰ্ম,' 'দণ্ডবিধি আইন,' 'চৰ্পতৰ গুণ,' 'পিতৃ-পিতামহৰ ধৰ্ম,' 'বিয়াৰ আয়োজন,' আৰু 'পৰাচিত'। পুথিখন ১৯৩৫ চনত প্ৰকাশিত হ'লেও প্ৰতিটো কাহিনীৰ ৰচনা কাল বেলেগ বেলেগ। লিখকে নিজে কাহিনীৰ নায়ক সাজি আত্মানন্দৰ ভূমিকা গ্ৰহণ কৰিছে।

**'ঈশ্বৰ কোনে পায়'** নামৰ প্ৰথম কাহিনীত এজন সাধুৱে মন্তব্য দিলে—"যি সাধু আৰু ঈশ্বৰ পৰায়ণ তেওঁহে ঈশ্বৰ পায়।" আত্মানন্দই তাৰ প্ৰতিবাদ কৰি ঈশ্বৰক নোপোৱাকৈ কোনো থাকিব নোৱাৰে, তেনেহ'লে সি ধাৰ্মিকেই ক'লে'·· হওক, সাধুৱেই হওক বা অসাধুৱেই হওক। ··· সকলে যদি ঈশ্বৰৰ অন্তৰ্গত, তেন্তে তেওঁ নোপোৱাকৈ সাৰিব কেনেকৈ? আৰু যদি আপুনি এনে কাবোবাৰ কথা কৈছে, যি ৰৰখুটাৰ ওচৰত ৰৰগাৰুত আউজি, কথা পাগুলি পাগুলি, কাৰপৰা কি আদায় কৰিব তাৰ চিন্তাত মগ্ন থাকে আৰু ভক্তসকলে দুৱৰী, প্ৰহৰী, ৰাজমেধি, পাথি-মেধি, নাইবা চাপ্ৰাচী বেহেৰাক সন্তুষ্ট কৰিহে তেওঁৰ কাষ চাপিব পাৰে, তেন্তে সেইজনক নোপোৱাটো বা সেইজনে নোপোৱাটোৱে মংগল। সেইদেখি এইটো নিশ্চয় যে হয় ঈশ্বৰ নাই, নহয় সকলোৱে পাব।'

কাহিনীটোত ঈশ্বৰৰ নামত দালালি কৰা স্বাৰ্থপৰায়ণ গুৰুসকলৰ ভেমৰ প্ৰতি কটাক্ষপাত কৰা হৈছে।

**'ভূগোল শিক্ষা'** নামৰ দ্বিতীয় কাহিনীত পঢ়াশালিত পণ্ডিতে ছাত্ৰ

বোৰক সুধিছে— 'পৃথিৱীখন কেনেকুৱা ? 'এজনে ক'লে— 'ক'লা,' এজনে ক'লে 'সুমথিৰা টেঙাৰ দৰে ৰঙা,' আন এজনে ক'লে 'ঘূৰণীয়া'। পণ্ডিতে সমিধান দিলে—' পৃথিৱীখন এনেয়ে চেপেটা, ডেপুটি বা চব্‌ ইন্সপেক্টৰ আহিবৰ দিনা ঘূৰণীয়া'।

ইয়াত শিক্ষকৰ পৃথিৱী চেপেটা বুলি থকা আওপুৰণি বিশ্বাস আৰু আধুনিক বিজ্ঞান সম্বন্ধে জ্ঞান নথকাটোকে বুজোৱা হৈছে।

'দুৰ্ভিক্ষ ভঁৰাল' নামৰ তৃতীয় কাহিনী। দেশত দুৰ্ভিক্ষ হৈছে। এজন মানুহে আত্মানন্দৰ ওচৰলৈ সাহায্য বিচাৰি আহিছে। আত্মানন্দই ক'লে— "মানুহে সংসাৰত যিমান দুখ কষ্ট পায়, যিমান জীৱহত্যা কৰে, তালৈ চাই আত্মহত্যা কৰাটো বহুত গুণে ভাল। মাজে মাজে কটাকটি কৰি দুই-চাৰিটা মাৰিলেও পৃথিৱীত পাপৰ জোখ অলপ কমে। মানুহে মানুহক খোৱা হ'লে যে আৰু ভাল হ'লহেঁতেন, তাত সন্দেহ নাই।

আচলতে আত্মানন্দৰ সমাজত চলি থকা ঘটনাবোৰৰ প্ৰতি এক বক্ৰোক্তি।

'স্বদেশী প্ৰচাৰ' ঃ চতুৰ্থটো কাহিনীত এহাল অত্যাধুনিক সাজপাৰ পিন্ধা ডেকাগাভৰু আত্মানন্দৰ ঘৰলৈ আহিল স্বদেশী প্ৰচাৰ কাৰ্যত সাহায্য বিচাৰি, দুয়োবো গড়-গতিলৈ লক্ষ্য কৰি ক'লে—'যি স্বদেশী প্ৰচাৰ কৰিব খোজে তেওঁ নিজেও স্বদেশী হোৱা উচিত।' তেওঁ দেখুৱালে যে, গাভৰুৱে খদ্দৰ পিন্ধিলেও পিন্ধাৰ গঢ়, চলন ফুৰণ স্বদেশী নহয়। ঘৰত নিজৰ পতি আৰু ল'ৰা-ছোৱালীক এৰি অইন ডেকা এজনৰ সহচৰী হৈ ডাকবঙলাত ৰাতি যাপন কৰা কোনো স্বদেশী দস্তুৰ নহয়। স্বদেশী প্ৰচাৰ কৰিব খুজিলে ধৰ্ম-কৰ্ম, আহাৰ-বিহাৰ, আচাৰ-বিচাৰ সকলোতে স্বদেশী হৈ ল'ব লাগে।

সমাজৰ কাম কৰাৰ নামত ডেকা-গাভৰুৰ অবাধ মিলা-মিছা, কিছুমান বিবাহিতা তিৰোতাই ঘৰসংসাৰ এৰি কমবয়সীয়া ডেকাৰ লগত ঘূৰি মানুহক ভুৱা দি, অ'ত-ত'ত ৰাত্ৰি যাপন কৰি যৌনক্ষুধা নিবাৰণ কৰা প্ৰবৃত্তিক ইয়াত ব্যংগভাৱে সমালোচনা কৰা হৈছে।



'কলেৰা নিৱাৰণ' ঃ পঞ্চম কাহিনীত গাঁৱত মহামাৰীয়ে দেখা দিছে। কেইজনমান মুখিয়াল মানুহে দেৱীপূজা পাতি মহামাৰী খেদিবলৈ মন কৰি আত্মানন্দৰ ওচৰত বৰঙণি বিচাৰিলে। আত্মানন্দই বুজালে— গাঁৱৰ ভদাই গাঁওবুঢ়া নদাই বায়ন আদি মেলকী বা চৰকাৰী অনাহাৰী হাকিম গোবৰ্ধন শৰ্মা অথবা শান্তিৰক্ষক দুৰ্জন চিঙৰ দৰে গোঁসানীয়ে ভেটী নাখায়। ভেটী খোৱাটো যেনে পাপ দিয়াটোও তাতকৈ ডাঙৰ পাপ। অকল পাপেই নহয়, অপৰাধো। গতিকে ধন দি পাপ কিনিবলৈ তেওঁ প্ৰস্তুত নহয়।

আমাৰ গাঁৱলীয়া সমাজত এসময়ত পূজা-পাতল কৰি মহামাৰী খেদিবলৈ যত্ন কৰিছিল। আজিও মানুহ তেনে কুসংস্কাৰৰপৰা মুক্ত হ'ব পৰা নাই। কাহিনীটোত তাকেই বুজোৱা হৈছে।

'ছৰ্দা আইন' ঃ ষষ্ঠ নম্বৰ কাহিনীত—গাঁৱত এখন মেল বহিছে। নাম ব্ৰহ্মসভা। উদ্দেশ্য ছৰ্দা আইনৰ [১৪] বিৰোধিতা কৰা। চৰকাৰে ছৰ্দা আইন কৰি ছোৱালীৰ বাল্যবিবাহ বন্ধ কৰি জাতকুল মাৰিবৰ উপক্ৰম কৰিছে, কৰ্মকাণ্ডও ৰসাতললৈ নিয়াইছে! বক্তাসকলে শাস্ত্ৰৰ শ্লোক মাতি বাইজক বুজাব খুজিছে— দহ বছৰৰ ভিতৰত যিয়ে ছোৱালী বিয়া নিদিব, তাৰ জাতকুল সকলো যাব— আনকি নৰকগামীও হ'ব।

শেষত সভাপতিৰ অনুৰোধ ক্ৰমে আচাৰ্য আত্মানন্দই এনেদৰে নিজৰ মত ব্যক্ত কৰিলে, যাৰ সাৰমৰ্ম হ'ল - 'পণ্ডিতসকলে যিবোৰ শাস্ত্ৰৰ শ্লোক মাতিছে ; তাৰ বিপৰীত অৰ্থযুক্ত শ্লোকো আছে। শাস্ত্ৰ ভাগৱত, যুক্তি-তৰ্ক সকলোৰে মূলত একে কথা— প্ৰয়োজন। গতিকে

(১৪) ১৯২৭ চনত হৰবিলাস চৰ্দাই ল'ৰা-ছোৱালীৰ বাল্য-বিবাহ নিষিদ্ধকৰণ বিল এখন চৰকাৰৰ ওচৰত উত্থাপন কৰে। ১৯২৯ চনত এইখন পাছ হয়, আৰু ১৯৩০ চনৰপৰা ই কাৰ্যকৰী হয়। এই আইন-মতে বিবাহৰ ক্ষেত্ৰত ছোৱালীৰ বয়স ১৪ বছৰ আৰু লৰাৰ বয়স ১৮ বছৰৰ কম হ'ব নোৱাৰিব।

সমাজ আৰু ধৰ্ম সম্বন্ধীয় বিষয়ত যাৰ যিটো প্ৰয়োজন তাক তেনে আইনকে লাগে ।'

কাহিনীটোৰদ্বাৰা বাল্যবিবাহ নিবোধক ছৰ্দা আইনৰ বিপক্ষে সমাজৰ ৰক্ষণশীলসকলৰ মনোভাব ইয়াত প্ৰকাশ পাইছে ।

**সনাতন ধৰ্ম ঃ** কাহিনী ক্ৰম সপ্তম । মহাত্মাগান্ধীয়ে হেনো সনাতন হিন্দু-ধৰ্মৰ দহা-কাজ, সপিণ্ডীকৰণ আদি সকলোখিনি শেষ কৰিবলৈ ওলাইছে। মানুহৰ জাতকুল মাৰিয়ে এৰা নাই, দেৱতাৰো জাত মাৰিব খুজিছে । তাৰ প্ৰতিকাৰৰ অৰ্থে ভোকোন্দাই অধ্যাপক সমন্বিতে এদল পণ্ডিত আত্মানন্দৰ ঘৰলৈ আহিল; আৰু সকলো মানুহে যাতে পুৰণি নিয়ম কৰণ মানি চলে, তাৰ নিমিত্তে এখন বিস্তৃত ইস্তাহাৰ প্ৰস্তুত কৰি দিয়াৰ বাবে তেওঁক অনুৰোধ জনালে ।

অনুৰোধ মতে আচাৰ্য আত্মনন্দই এখন ইস্তাহাৰৰ খচৰা প্ৰস্তুত কৰিলে । তাৰ ভাবাৰ্থ এনে ধৰণৰ— প্ৰাচীন আৰ্যসকলে গৰু-মহ, হাতী-ঘোঁৰা, উট-গাধ, বাঘ-বৰা সকলো খাইছিল । কোনো আলহী আহিলে ঘৰৰ ভাল দমৰা বা গাইজনী মাৰী আলহীক খুৱাইছিল । গাভৰু নোহোৱা পৰ্যন্ত ছোৱালীৰ বিয়া নহৈছিল । ছোৱালীয়ে নিজে দৰা বিচাৰিও গৈছিল । ৰজা মানুহে বংশ ৰক্ষাৰ্থে ক্ষেত্ৰজ পুত্ৰ জন্মোৱাৰ প্ৰথা আছিল । বিধৱাই দেওৰেকক বিয়া কৰাব পাৰিছিল । সেইকালত বৰ্ণসংকৰ অপৱিত্ৰ নাছিল । স্মৃতিমতে লা, লোণ, গাখীৰ, ঘিউ, মউ বেচিলে বামুণ শূদ্ৰ হয়। আজি কালি বামুণেও সেইবোৰ বেচে । তেনেহলে সকলোৱে পূৰ্বপুৰুষৰ বিধান মানি আদিম যুগলৈকে উভতি যোৱা যাওঁক ।

পণ্ডিতসকলে আচাৰ্যৰ লিখাখন পঢ়ি 'আপোনাৰ সাহায্যৰ আমাৰ প্ৰয়োজন নাই, বুলি ওলাই গ'ল ।

পৰিবৰ্তিত যুগ ধৰ্মৰ সৈতে সম্পৰ্ক নথকা, আৰু পুৰণি সংস্কাৰকে যুক্তিহীনভাৱে খামোচ মাৰি ধৰি থকা শ্ৰেণীৰ প্ৰতি ইয়াত ব্যংগ কৰা হৈছে ।



**দণ্ডবিধি আইন ঃ** অষ্টমটো কাহিনী যোগে দেখুৱা হৈছে যে, 'বনৰ নিৰ্দোষ হৰিণ মৰা আৰু মানুহ মৰা সমান দোষৰ কথা । পহুমৰীয়া, বাঘমৰীয়া, সাপমৰীয়া, গৰু-ছাগলী কুকুৰা-গাহৰি হাঁহ-পাৰ মৰীয়া সকলো মৰীয়াৰে সমানে শাস্তি হোৱা উচিত ।'

ইয়াত সকলো জীৱৰ প্ৰতি সমান দয়া আৰু চৰকাৰৰ আইনৰ ক্ৰুটীৰ কথা লিখকে দেখুৱাব খুজিছে ।

**চৰ্পতৰ গুণ ঃ** কাহিনী ক্ৰম নৱম। এদিনৰ নাচ-গানৰ মজলিচ চাবলৈ যাওঁতে কিবা এবিধ চৰ্পত ( মদ ) খাই আত্মানন্দই আহি ফুলনিবাৰীত শুই থাকোতে নিছাত একেবাৰে জাহাজত উঠি চন্দ্ৰলোক পালেগৈ । চন্দ্ৰযাত্ৰীসকলৰ ভিতৰত এজন আছিল বঙালী ভদ্ৰলোক । তেওঁৰ উভতি আহোঁতেও আন এজন বঙালী ভদ্ৰলোকৰ সৈতে চিনাকী হ'ল। দুয়োজনে বহুতো বঙালী জাতিৰ গৌৰৱ কৰি অনেক বক্তৃতা দিলে ।

উক্ত ৰূপকটোৰ জৰিয়তে লিখকে বঙালীসকলৰ সম্প্ৰসাৰণবাদ আৰু জাতি ভাষাৰ ক্ষেত্ৰত থকা উচ্চাত্মিকা মনোভাবক ব্যংগ কৰিছে। লগতে দেখুৱাইছে যে, কলিকতাত উৰিয়া বামুণৰ হাতে ভাত খোৱা অপৰাধত এজনক একুৰি টকা লৈ পৰাচিত কৰোৱা অধ্যাপকেই জাহাজত লুকাই চুৰকৈ জাহাজৰ খালাচীৰ হাতেৰে মঙহ-ভাতে খালে ।

**পিতৃ-পিতামহৰ ধৰ্ম ঃ** কাহিনী ক্ৰম দশম । বহু বছৰৰ মূৰত বাহুমাৰী সত্ৰৰ অধিকাৰ বিশ্বদেৱ গোস্বামী শিচ ফুৰিবলৈ আহি ভালুকমাৰী গাঁৱৰ নামঘৰতে সশিষে বাহৰ পাতিছে । জন্ম মৃত্যুৰ চুৱা খেদোৱা প্ৰসংগত গোসায়ে ক'লে "বেদত ওপোজা আৰু মৰাৰ চুৱা শুধিৰৰ এমাহ, যি তাক নামানে সি মহাপাপী ।" এই যুক্তি সমৰ্থনত গোসায়ে শাস্ত্ৰৰ শ্লোক উদ্ধৃত কৰি অৰ্থ বুজাই দিলে । আত্মানন্দই তেতিয়া সেই অৰ্থ ভুল বুলি পোণাই ধৰিলে । আৰু গোসায়ে মতা শ্লোক চাৰিখন বেদৰ কোনোখনতে নাই বুলি ক'লে, গোসায়ে সিদ্ধান্ত দিলে "সাত পুৰুষৰ যি নিয়ম চলি

গৈছে, সেয়েহে আচল শাস্ত্ৰ । পিতৃ-পিতামহৰ যি নিয়ম নামানে সি মহাপাপী, মৰিলেও তাৰ ঠাই নৰকত ।”

গোসাইৰ কাষতে নতুনকৈ হিন্দু হোৱা শিচ আছিল । সিহঁতৰ মুখিয়ালজনে প্ৰভুৰ কথাত আপত্তি জনালে । কিয়নো সিহঁতেও লাওপানী কুকুৰা, গাহৰি আদি খোৱা পিতৃপুৰুষৰ আচাৰ ৰীতি ত্যাগ কৰিছে। তেনেহ'লে তেওঁলোকো জানো মহাপাপী প্ৰভুই কোনো সদুত্তৰ দিব নোৱাৰি উঠি ভিতৰলৈ গ'ল ।

নিজে নুবুজাকৈ কেৱল মুখস্থ মাতি মানুহক কণা হাঁহক পতান দি ভুকুকোৱা ধৰ্মগুৰুসকলৰ ভণ্ডামি এই কাহিনীত দেখুওৱা হৈছে ।

**বিয়াৰ প্ৰয়োজন ঃ** কাহিনী ক্ৰম একাদশ । এই কাহিনীটোত আত্মানন্দই স্ত্ৰী স্বাধীনতা প্ৰসংগত এজন বন্ধুৰ আগত কৈছে—“সুবিধা পালে তিৰোতায়ো সকলো কৰিব পাৰে । স্বাধীনতা পালে তেওঁলোকো দাৰোগা· কনিষ্টবল, ছব্‌ডিপুটি আদি হৈ পুৰুষৰ সমানে ফেৰ মাৰি জীৱিকা উপাৰ্জন কৰিব পাৰে ।’

আচলতে সুবিধা নোপোৱাৰ বাবেই যে তিৰোতাসকল পুৰুষৰ ওপৰত নিৰ্ভৰশীল তাকে বুজোৱা হৈছে ।

**পৰাচিত ঃ** কাহিনী ক্ৰম দ্বাদশ, এদিন চৰকাৰী মাটিত খেৰ কাটিবলৈ যাওঁতে মৈমনচিঙীয়া মুছলমানে গণপতিক চৰিয়ালে । সেই লৈ গাঁৱত মেল বহিল । মেলত ৰায় হ'ল—গণপতিয়ে একুৰি পাঁচ টকা দি পৰাচিত হোৱাৰ উপৰি খেলৰ সকলোকে এটা ভোজ দিব লাগিব । তেতিয়া আত্মানন্দই থিয় হৈ ক'লে - যাক মানুহে চুলেও জাত যায়, তাৰ জাতেই নাই । আপোনাক অতীতৰ যি মহান জাতিৰ বংশধৰ, তেওঁলোকৰ তেজ আপোনালোকৰ গাত আছে নে ? যদি নাই আপোনালোকৰ জাত কেতিয়াবাই গ'ল, এতিয়া মুখৰ মাতবাৰো যাওঁ যাওঁ ।

নিজৰ অধিকাৰ সাব্যস্ত কৰিবলৈ অপাৰগ, অথচ দুৰ্বলক শাস্ত্ৰৰ কঠোৰ নাগপাশেৰে বান্ধি ৰাখিব খোজাসকলৰ প্ৰতি আৰু ভৱিষ্যৎ অসমীয়াসকলৰ প্ৰতি ই এক ডাঙৰ সকীয়নী ।

# নাট্য-সাহিত্য

অনেক খ্যাতনামা অসমীয়া নাট্যকাৰৰ ক্ষেত্ৰত তেজপুৰ বাণ ৰংগমঞ্চ আছিল কষ্টিপাথৰ স্বৰূপ । বাণ ৰংগমঞ্চ কষ্টিপাথৰত পৰীক্ষিত প্ৰায় আটাইকেইখন নাটকেই সাৰ্থক নাটকৰূপে ৰাইজ তথা দৰ্শকৰদ্বাৰা সমাদৃত হৈছে । তদুপৰি উক্ত ৰংগমঞ্চৰ এটি ঐতিহ্যও আছে । ইয়াৰ নিৰ্মাণৰ মূল উদ্দেশ্যই আছিল অসমীয়া নাট্য-কলাৰ বিষয়ে চিন্তা চৰ্চা কৰা । আজিও সেই ঐতিহ্য অক্ষুণ্ন হৈ আছে । বাণ-ৰংগমঞ্চই যি কেইগৰাকী সাহিত্যিকক বিশিষ্ট নাট্যকাৰৰূপে প্ৰতিষ্ঠা কৰিছে, তেওঁলোকৰ ভিতৰত নিঃসন্দেহে দণ্ডিনাথ কলিতাও এজন ।

## সতীৰ তেজ

দণ্ডিনাথ কলিতাৰ ‘সতীৰ তেজ’ ঐতিহাসিক পঞ্চাঙ্ক নাটক । ৰচনা কাল ১৯৩১ চন । লিখাৰ পিছতে নাটকখন বাণ ৰংগমঞ্চত অভিনীত হয় । অসম বুৰঞ্জীৰ অতি করুণ আৰু সকলোৰে জনা ‘জয়মতী কুঁৱৰী’ক লৈ এই নাটকখন ৰচিত । থুলমূলকৈ ‘সতীৰ তেজ’ ‘নাটকৰ কাহিনী ভাগ এনে ধৰণৰ—

ৰাজসিংহাসন ৰক্ষা কৰাৰ আশাত ল'ৰাৰজাই ৰজা হ'বৰ যোগ্য কোঁৱৰসকলক অংগক্ষত কৰি সদৌশেষত গদাপাণি কোঁৱৰক ধৰিবলৈ মন মেলিলে । এই কথা জানিব পাৰি গদাপাণিয়ে প্ৰিয়তমা ভাৰ্যা জয়মতী কুঁৱৰীৰ অনুৰোধ এৰাব নোৱাৰি ৰজাৰ চোৱাংচোৱাৰ চকুত ধূলি দি নগাৰ ভেশ ধৰি ঘৰৰপৰা পলাই যায় । ৰজাই জয়মতীক বন্দী কৰি ৰাজসভালৈ আনিলে, আৰু গিৰিয়েকৰ কথা সুধিলে । জয়মতীয়ে স্পষ্টকৈ ‘মোৰ স্বামীৰ কথা মই নকওঁ’ বুলি সমিধান দিলে । ৰজাই জয়মতীক বন্দীপাল বৰুৱাক গতাই দিলে—কঠোৰ শাস্তি দি

হ'লেও জয়মতীৰ মুখৰপৰা গদাপাণিৰ বাতৰি উলিয়াবলৈ । ৰজাৰ এই কামৰ প্ৰধান মন্ত্ৰণাদাতা হ'ল আতন বুঢ়াগোঁহাঞি ।

বন্দীপাল বৰুৱাই জেৰেঙা পথাৰলৈ নি চাউদাঙৰদ্বাৰা অকথনীয় শাস্তি বিহিবলৈ লাগিল । কিন্তু জয়মতীৰ মুখৰপৰা এষাৰো কথা নাপালে । শেষত নানা নিকাৰ ভুঞ্জি জয়মতীয়ে তাতেই প্ৰাণত্যাগ কৰিলে ।

গদাপাণিয়ে নগাৰ বেশত নগাপাহাৰত পলাই আছিল । জয়মতীৰ মৃত্যু হ'লত গুৱাহাটীলৈ গ'ল । ইফালে জয়মতীৰ করুণ মৃত্যুত, আৰু ৰজাৰ অত্যাচাৰত অনেক ৰাজবিষয়া আৰু প্ৰজাই মনে মনে অসন্তুষ্ট হৈ উঠিছিল । সেই অসন্তুষ্ট সকলৰ ভিতৰত গুৱাহাটীৰ বন্দন বৰফুকনো আছিল । বন্দৰ বৰফুকনৰ ঘৈণীয়েক গদাপাণিৰ নিজা বায়েক । গদাপাণিয়ে তেওঁৰ ঘৰতে গোপনে আশ্ৰয় লৈ আছিল । ঘৈণীয়েকৰ মুখৰপৰা তেওঁ গদাপানিৰ সংবাদ পালে । বন্দৰ বৰফুকনে তেতিয়া অন্যান্য বিষয়াবৰ্গৰ লগত আলোচনা কৰি ল'ৰাৰজাৰ সলনি গদাপাণিকে অসমৰ ৰজা বুলি ঘোষণা কৰিলে । তাৰ পিছতে সসৈন্যে উজাই আহি গড়গাঁও অধিকাৰ কৰিলে । ল'ৰা ৰজা বন্দী হ'ল,— গদাপাণি সিংহাসনত বহিল ।

'সতীৰ তেজ'— নাটকৰ মুখ্য চৰিত্ৰবোৰ হ'ল— গদাপাণি, আতন বুঢ়াগোঁহাঞি, বন্দৰ বৰফুকন, জয়মতী কুুৱৰী আৰু ৰাণী । বুৰঞ্জীত থকাৰ দৰে 'সতীৰ তেজ'ৰ ল'ৰাৰজা দুৰ্বল বা বুঢ়াগোঁহাঞিৰ (?) হাতৰ পুতলা নহয় । তেওঁ সাহসী আৰু দৃঢ়মনা, বুঢ়াগোঁহাঞি ৰজাৰ সোঁহাত ।

জয়মতী পতিপৰায়ণা । পতিৰ জীৱন ৰক্ষাৰ বাবে চাউদাঙৰ হাতত প্ৰাণ আহুতি দিলে । একেদৰে ল'ৰাৰজাৰ ৰাণীকো নাট্যকাৰে মহীয়সী নাৰীৰূপে অংকণ কৰিছে । জয়মতীক শাস্তি নিদিবলৈ তেওঁ ৰাৰে বাৰে ৰজাক অনুৰোধ জনাইছে । মৃত্যুদণ্ডেৰে দণ্ডিত ল'ৰা ৰজাক তেওঁ গদাপাণিক অনুৰোধ জনাই মৃত্যুৰপৰা ৰক্ষা কৰে ।

পাৰ্শ্বচৰিত্ৰ হিচাপে জপলু (নগা ল'ৰা), ৰেণু (নগা ছোৱালী)



আদি সৰল আৰু সহজ । ৰজাৰ মানুহে গদাপাণিলৈ লক্ষ্য কৰি মৰা কাড় ৰেণুৱে নিজে বুকু পাতি লৈ গদাপাণিক ৰক্ষা কৰে । ৰেণু ত্যাগৰ প্ৰতিমূৰ্তি ।

'সতীৰ তেজ' নাটকখনত দুটামান ঐতিহাসিক অসংগতি দেখা যায় । যেনে—

(১) ল'ৰা ৰজাৰ সময়ত বিশেষকৈ জয়মতীৰ শাস্তিদাতা লালুক-সোলা বৰফুকন বুলি বুৰঞ্জীত উল্লেখ আছে । কিন্তু 'সতীৰ তেজ'ত আতন বুঢ়াগোঁহাঞি' বুলি দিয়া হৈছে । আচলতে আতন বুঢ়াগোঁহাঞি আগৰ ব্যক্তি । তেওঁক বধ কৰিয়ে লালুকসোলা বৰফুকনে ক্ষমতা দখল কৰে । লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱায়ো তেওঁলোকৰ নাটকত আতন বুঢ়াগোঁহাঞি জয়মতীৰ মৃত্যুৰ বাবে জগৰীয়া কৰিছে । বোধহয় কলিতাদেৱে তেওঁলোকৰ নাটকৰপৰাই ভুল তথ্য লৈছে ।

(২) নাটকখনত বন্দৰ বৰফুকনক গুৱাহাটীৰ বৰফুকন পাতিছে । ইতিহাসমতে শৰাইঘাটৰ যুদ্ধৰ পিছত গুৱাহাটী সমান্বিতে মানাহলৈ অসমৰ সীমা বাঢ়িছিল যদিও পিছত লালুকসোলা বৰফুকনে কামৰূপ খণ্ড বিনাযুদ্ধে মোগলক এৰি দি মিত্ৰতা পাতিছিল । বন্দৰ বৰফুকনে কলিয়াবৰত থাকিহে পশ্চিমখণ্ড শাসন কৰিছিল ।

(৩) ল'ৰাৰজাৰ দিনত মোগলৰ সৈতে আহোমৰ কোনো যুদ্ধ হোৱাৰ প্ৰমাণ নাই । এই পৰিপ্ৰেক্ষিতত "অন্তৰ্বিপ্লৱৰ সুযোগ লৈয়েই ৰঙা মাটিৰ নবাবে গুৱাহাটী অধিকাৰ কৰিছিল, প্ৰাণপণ চেষ্টাৰ ফলত সিদিনা মাত্ৰ উদ্ধাৰ হৈছে" (পৃঃ ৫৫-৫৬) বৰগোঁহাঞিৰ এইষাৰ উক্তিৰ সমৰ্থন ইতিহাসত পোৱা নাযায় ।

দুই এটা খুঁতিনাতি বাদ দিলে 'সতীৰ তেজ' এখন সাৰ্থক নাটক । জয়মতী কাহিনীটো করুণ ; কিন্তু নাট্যকাৰে এনে বিয়োগান্ত কাহিনীক গদাধৰক ৰজা পাতি সতীৰ আত্মত্যাগ সফল কৰি তুলিছে । পদ্মনাথ গোহাঞিবৰুৱায়ো 'গদাধৰ'ক ৰজা হোৱা দেখুৱাইছে । ড° হৰিনাথ

ভট্টাচাৰ্য্যই কোৱাৰ দৰে "প্ৰথম নাট্যকাৰদ্বয়ৰ ( গোহাঞিবৰুৱা আৰু কলিতা ) করুণ ৰসান্ত নাট ইয়াত হৰ্ষান্তলৈ ৰূপান্তৰিত হ'ল ; অৰাজক আহোম ৰাজ্য ৰামৰাজ্যত পৰিণত হ'ল, শ্মশানৰ বুকুত সাতৰঙৰ কাৰেং জিলিকি উঠিল ।"[১৫]

## পৰাচিত

'পৰাচিত' দণ্ডিনাথ কলিতাদেৱ ৰচিত এখন সামাজিক নাটক। ৰচনা কৰা হৈছে ১৯৪৬ চনত। নাট্যকাৰৰ মতে 'কেইটামান সত্য ঘটনা লগ-লগাই সাজপাৰ পিন্ধাই এই নাটকখনি উলিওৱা হৈছিল।'

শিৱৰাম বৰুৱা অল্প শিক্ষিত গাঁৱৰ ধনী মানুহ। মৈমনচিঙীয়া পমুৱা কিছুমানক হাতত লৈ অসমীয়া গাঁৱলীয়া মানুহৰ ওপৰত আধিপত্য চলায়। পুতেক মদন চৰিত্ৰহীন। পেটুৱা বেজ লেলাই মেধী হ'ল শিৱৰামৰ বহতীয়া— কানি ব্যৱসায়ৰ সোঁহাত।

আনফালে অসমীয়া মুছলমান মোৱাৰক সৎ, দূৰদৰ্শী আৰু জাতীয়তাবাদী। নতুনকৈ বি. এ. পাছ কৰি অহা যুৱক লোকনাথক মোৱাৰকে ভাল পায়। মৈমনচিঙীয়াই জোৰকৈ দখল কৰা লোকনাথৰ খেতিৰ মাটি গাঁৱৰ কিছুমান ডেকাৰ সহায়ত মোবাৰকেই উদ্ধাৰ কৰাই দিয়ে। শিৱাৰামে বেছি দাম পাই মৈমনচিঙীয়াত নিজৰ মাটি বিক্ৰীৰ ব্যৱস্থা কৰা শুনি মোৱাৰক আৰু লোকনাথে গাঁৱৰ অন্যান্য লোকৰ চহী সংগ্ৰহ কৰি চৰকাৰৰ ওচৰত আবেদন জনাই বহিৰাগতক মাটি বিক্ৰী কৰাটো বন্ধ কৰায়। ইয়াৰ উপৰি লোকনাথে আৰু কিছুমান সামাজিক কামত লাগি পৰে। এইবোৰত শিৱৰামৰ স্বাৰ্থ ক্ষুণ্ণ হয়। শিৱৰাম লোকনাথৰ ওপৰত ক্ষুব্ধ হয়। প্ৰতিশোধ ল'বলৈ শিৱৰামৰ পুতেক মদনে সৰ্বনাশ কৰা ছোৱালী এজনীক টকাৰে বশ কৰি তাইৰ গৰ্ভধাৰণৰ কাৰণ লোকনাথ বুলি আদালতত গোচৰ তৰালে। কিন্তু প্ৰমাণৰ অভাৱত লোকনাথ খালাচ হ'ল। শেষত একোকে কৰিব নোৱাৰি শিৱৰামে গোপনে মানুহ লগাই লোক-

১৫। অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি, পৃঃ ৩৮৬



নাথৰ ঘৰত জুই দিয়ালে। মনৰ দুখত লোকনাথে এইখন সমাজত থাকিবলৈ ইচ্ছা নকৰি আন ঠাইলৈ গুচি গ'ল।

শিৱৰামে মৈমনচিঙীয়াক টকা ধাৰে দিছিল, আৰু তাৰবাবে প্ৰয়োজনীয় দলিল আদি লৈছিল। এদিন এনে টকা ধাৰে নিয়া পমুৱা মুছলমান কেইজন আহি শিৱৰামৰ ঘৰ সোমাই টকা শোধ কৰিবলৈ অহাৰ ছলেৰে দলিলবোৰ হাত কৰে, আৰু টকা নিদিয়াকৈ দলিলত ওৱাচিল লিখাই লৈ পলাই গ'ল। যোৱাৰ সময়ত সিহঁতে শিৱৰাম আৰু মদনক লৰচৰ কৰিব নোৱাৰাকৈ চকীত বান্ধি থৈ যায়। শেষত শিৱৰামে 'নিজ গঞাৰ লগত শত্ৰুতা কৰি বিদেশীৰ লগত মিত্ৰতা কৰাৰ এয়ে পৰিনাম বুলি অনুশোচনা কৰে।

প্ৰথম ছোৱাত যেনে গতিৰে নাটকৰ গতি আগবাঢ়িছিল, পিছত সেই গতি নাথাকিল। মোৱাৰককো অন্যায়ৰ প্ৰতিৰোধকাৰী হিচাপে দেখা নগ'ল। সমাজৰ গঞ্জনা আৰু শিৱৰামৰ অত্যাচাৰত তিষ্টিব নোৱাৰি লোকনাথেও আন ঠাইলৈ আতৰি গ'ল, কলিতাৰ দুখন উপন্যাস 'সাধনা'ৰ দীনবন্ধু আৰু 'আৱিষ্কাৰ'ৰ মাধৱৰ দৰে 'পৰাচিত' নাটকৰ লোকনাথে শেষলৈ নৈতিক সাহসৰ স্থিতি বজাই ৰাখিব নোৱাৰি প্ৰকাৰন্তৰে পলায়ন-বাদ নীতিকে গ্ৰহণ কৰিলে। এক কথাত পলায়নবাদ পৰাজয়ৰে নামান্তৰ। তদুপৰি মৈমনচিঙীয়াই দলিল কেইখন ডকাইতি কৰি নিয়াতেই শিৱৰামৰ দৰে ধূৰ্ত আৰু দুৰ্নীতিপৰায়ণ মানুহৰ 'পৰাচিত' হ'ব নালাগিছিল।

'পৰাচিত'ত বৰ্ণিত কাহিনীটো সজীৱ। ঘটনাবোৰো সংঘাতপূৰ্ণ। এনেকুৱা ঘটনা অসমত আজিও সঘনে ঘটি আছে। সেইবাবে ইয়াৰ সমকালীন মূল্য নিশ্চয় স্বীকাৰ কৰিব লাগিব।

## কীচক বধ

'কীচক বধ' এই ধেমেলীয়া নাটকখন দণ্ডিনাথ কলিতাই ১৯৫০ চনত ৰচনা কৰে। কীচক বধৰ কাহিনীটো মহাভাৰতৰ বিৰাট পৰ্বৰ অন্তৰ্গত। নাট্যকাৰে নাটকখন আধুনিক ঠাচত লিখি উলিয়াইছে।

কৌৰৱৰ লগত পাশাখেলত হাৰি পাণ্ডৱসকলে বিৰাট ৰজাৰ

আশ্ৰয়ত বিভিন্ন ছদ্মবেশ ধৰি অজ্ঞাতবাসৰ দিন কেইটা কটাবলৈ ল'লে, ভীম হ'ল সুপকাৰ—ৰান্ধনী, দ্ৰৌপদীয়ে সাজিলে সৈৰিন্ধ্ৰী—ৰাণী সুদেষ্ণাৰ পৰিচাৰিকা।

কীচক বিৰাট ৰাজ্যৰ সেনাপতি। সি বিৰাট ৰাণী সুদেষ্ণাৰো ভায়েক। তাৰ শক্তিক ৰজায়ো ভয় কৰে। এদিন কীচক সুদেষ্ণাৰ কক্ষলৈ আহোঁতে সৈৰিন্ধ্ৰী বেশী দ্ৰৌপদীক দেখা পায়।" দ্ৰৌপদীৰ ৰূপত সি পগলাৰ দৰে হ'ল। চৰ্পত দিয়াৰ ছলেৰে সি দ্ৰৌপদীক তাৰ কক্ষলৈ মাতি পঠালে। অনিচ্ছা সত্বেও ৰাণীৰ আদেশ এৰাব নোৱাৰি দ্ৰৌপদীয়ে চৰ্পত লৈ কীচকৰ কোঠালৈ গ'ল, কীচকে দ্ৰৌপদীক বলৎকাৰ কৰিবলৈ উপক্ৰম কৰাত দ্ৰৌপদী তাৰপৰা দৌৰি ৰজাৰ কাষ পালেহি। কীচকে ৰজাৰ সম্মুখতে দ্ৰৌপদীক চুলিত ধৰি গোৰ মাৰিলে।

দ্ৰৌপদীয়ে ৰাতি মনে মনে ৰান্ধনী শাললৈ গৈ ভীমক নিজৰ অপমানৰ কথা নিবেদিলে। ভীমে পিছদিনা ৰাতিয়ে কীচকক বধ কৰিলে।

নাটকৰ কাহিনীটো আৰু চৰিত্ৰবোৰ মহাভাৰতীয়, কিন্তু সংলাপবোৰ আধুনিক ভাবাত ৰচিত। আজিৰ যুগতো যে কীচকৰ লেখীয়া চৰিত্ৰৰ লোক আছে, নাটকৰ মাজেদি নাট্যকাৰে তাকে দেখুৱাবলৈ চেষ্টা কৰিছে যাতে 'ৰাইজৰ চকু কাণৰ তৃপ্তি সাধনৰ লগত মন আৰু চিত্তৰ ওপৰতো কিঞ্চিৎ প্ৰভাৱ বিস্তাৰ কৰে।'

মুঠতে নাটকত 'মহাভাৰতৰ কীচক বধৰ যোগেদি আধুনিক কীচক সকলৰ ভাগ্য গণনা' কৰা হৈছে।

## মুক্তিৰ অভিযান

'মুক্তিৰ অভিযান এখন প্ৰচাৰধৰ্মী নাটক। চৰকাৰৰ অনুৰোধক্ৰমে কানিৰ অপকাৰিতাৰ ওপৰত অভিনয়ৰ উপযোগীকৈ ১৯৪১ চনত নাটকখন ৰচনা কৰা হৈছিল। নাটকখন মুঠ পাঁচটা দৃশ্যৰ সমষ্টি। প্ৰথম অংকত এটা, দ্বিতীয় আৰু তৃতীয় অংকত দুটাকৈ।

সমাজ সংস্কাৰক সদানন্দ ফুকনে এদিন বন্ধু কৃষ্ণানন্দৰ সৈতে কথা কৈ থাকোঁতে তেওঁৰ ঘৰলৈ এজন মগনীয়া আহে। গাথীৰ



যোগনীয়াৰ গোপালৰ মুখে তেওঁ জানিব পাৰিলে যে মগনীয়াজন এজন কানীয়া—নাম থোলক। ফুকনে থোলকক নিজৰ ঘৰতে ৰাখি কানি এৰুৱালে। সি সজ লোকত পৰিণত হ'ল। সদানন্দই সমাজৰ অইন কামবোৰ সম্প্ৰতি স্থগিত ৰাখিলে ; আৰু এটা স্বেচ্ছাসেৱক বাহিনী গঠন কৰি, কানি-বৰ্জন কাম আৰম্ভ কৰিলে। এই কামত তেওঁ আবকাৰী বিভাগৰ চুপাৰিন্টেণ্ডেণ্টলৈ সাহায্য আগবঢ়ালে। থোলকৰপৰাই ফুকনে গম পালে যে, ধনী মানী, আৰু দানী বুলি খ্যাত ব্যৱসায়ী চন্দন মজুমদাৰ হ'ল এই কানি ব্যৱসায়ৰ গুৰি। আবকাৰী চুপাৰিন্টেনডেণ্টৰ সাহায্যত ফুকনে এদিন ৰাতি চন্দনৰ ঘৰ ঘেৰাও কৰি চন্দন আৰু তাৰ দলক হাতে লোটে ধৰা পেলায়। পুলিচে সিহঁতক হাতকেৰেয়া লগাই থানালৈ লৈ যায়।

এইদৰে সদানন্দ ফুকনে বন্ধু কৃষ্ণানন্দ, থোলক আৰু স্বেচ্ছাসেৱক দলৰ সহায়ত কানিৰ গৰাহৰপৰা কানীয়াসকলক উদ্ধাৰ কৰে। কৃষ্ণানন্দই কানিৰ কল্পিত জন্মবিৱৰণ কৈ কানি এৰুৱাবলৈ কৰা চেষ্টা মনস্তাত্বিক প্ৰতিষেধক ব্যৱস্থা পত্ৰ বুলি গণ্য কৰিব পাৰি। শিক্ষা-দীক্ষা বিহীন কানীয়াসকলৰবাবে এনে উপাদেয় উপায় লোৱাত নাট্যকাৰ নিশ্চয় শলাগৰ পাত্ৰ।

## অগ্নিপৰীক্ষা

'অগ্নিপৰীক্ষা' কলিতাদেৱৰ একমাত্ৰ পৌৰাণিক নাট। নাটকখন ৰামায়ণৰ আধাৰত ৰচিত। সীতা-সয়ম্বৰত আৰম্ভ কৰি সীতাৰ অগ্নি-পৰীক্ষাত সমাপ্ত কৰা হৈছে। বাল্মীকি ৰামায়ণৰ উপৰি তৃতীয় অংকৰ তয় আৰু ৪ৰ্থ দৃশ্যত ভট্টিকাৱাৰ আৰু শুকশাৰণৰদ্বাৰা ৰাৱণক ৰামৰ সৈন্য-শক্তি প্ৰদৰ্শনত বঙালী কীৰ্ত্তিবাসী ৰামায়ণৰ ছাঁ পৰিছে। নাটকখন গদ্যত ৰচিত হ'লেও মাজে মাজে অমিত্ৰাক্ষৰ ছন্দও আছে।

নাটকৰ চৰিত্ৰ অংকনত নাটাকাৰৰ স্বকীয় বৈশিষ্ট্য দেখা যায়।

লংকাৰ কেবাটাও চৰিত্ৰ নাটকখনত আছে । ৰাৱণ ব্যক্তিত্বসম্পন্ন আৰু অহংকাৰী ৰজা। মেঘনাদ সাহসী, স্বদেশ প্ৰেমীক যুৱৰাজ । সূৰ্পনখা প্ৰতিশোধ পৰায়ণা সৰ্বনশীয়া নাৰী । ৰাম-লক্ষ্মণ-সীতাৰ চৰিত্ৰত বিশেষ ব্যতিক্ৰম দেখা নাযায় ।

মুঠতে 'অগ্নিপৰীক্ষা' দণ্ডিকলিতাৰ এখন মঞ্চসফল নাটক । ড° হৰিনাথ ভট্টাচাৰ্য্যৰ ভাষাত, 'কল্পনাৰ ঢৌবোৰে দৰ্শক বা পাঠকৰ অন্তৰত লহৰ তোলে ।'

## পোহনীয়া কুকুৰ ঃ নগৰৰ বিহুতলী

দণ্ডিনাথ কলিতাৰ 'পোহনীয়া কুকুৰ' আৰু 'নগৰৰ বিহুতলী' বুলি দুখন সৰু নাটক আছে । দুয়োখন ১৯৪৬ চনত প্ৰকাশিত । নাট্যকাৰে 'পোহনীয়া কুকুৰ'ৰ উনৈশ দিনৰ পিচত 'নগৰৰ বিহুতলী' ৰচনা কৰা হৈছে বুলি কৈছে ।

'পোহনীয়া কুকুৰ'ত ধেমালিৰ ছলেৰে আধুনিক ৰাজনীতি আৰু সমাজ-নীতিৰ নগ্নৰূপ প্ৰকাশ কৰা হৈছে । সেইদৰে 'নগৰৰ বিহুতলী'তো সমাজৰ বাস্তৱ ৰূপ প্ৰকাশ পাইছে ।

'বিহলঙনী'য়ে নগৰৰ বিহুতলী আৰু পোহনীয়া কুকুৰে অসমীয়া ধেমেলীয়া নাটকৰ মাজত বিশিষ্ট আসন লব' বুলি অভিমত দিছে ।

# জীৱনী সাহিত্য

## কৰ্মবীৰ চন্দ্ৰনাথ

কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাক নজনা মানুহ অসমত বিৰল । তেওঁ আছিল নবীন বৰদলৈ, তৰুণৰাম ফুকন প্ৰভৃতিৰ সমকক্ষ আগশাৰীৰ নেতা । একাধাৰে সাহিত্যিক, সমাজকৰ্মী আৰু বিশিষ্ট ৰাজনীতিবিদৰূপে খ্যাতিমান। তেওঁ অসমৰ কেবাটাও স্বদেশী আন্দোলনৰ লগত জড়িত থকাই নহয়, গুৰিবঠাও ধৰিছিল । দেশৰ কাৰণে যথেষ্ট ত্যাগো কৰিছিল । এই দেশ হিতৈষী পুৰুষজনাই মাত্ৰ একুৰি তেৰ বছৰ বয়সতে দেশবাসীক কন্দুৱাই চিৰকাললৈ চকু মুদিলে ।

দণ্ডিনাথ কলিতা আছিল চন্দ্ৰনাথ শৰ্মাৰ সহপাঠি, নলে-গলে লগা বন্ধু । বন্ধুৰ স্মৃতি যুগমীয়া কৰি ৰখাৰ উদ্দেশ্যে ১৯২৪ চনত 'কৰ্মবীৰ চন্দ্ৰনাথ' নাম দি জীৱনী-পুথিখন লিখি প্ৰকাশ কৰে ।

জীৱনীখনত সমকালীন গ্ৰাম্যচিত্ৰও পোৱা যায় । উদাহৰণ স্বৰূপে— চন্দ্ৰনাথৰ পিতাক দণ্ডিনাথৰ এটা মহৰ খুটি আছিল । "পঢ়াশালিত পঢ়োঁতে চন্দ্ৰনাথে কেতিয়াবা মহ মেলা আৰু বন্ধা কাৰ্যত পিতাকক সহায় কৰিবলগাত পৰিছিল । এই কাৰ্যটো বৰ ঢিলা নাছিল । এটা মেৰৰ ভিতৰত মহবিলাক কিছুমান বান্ধি আৰু কিছুমান নবন্ধাকৈয়ে সুমুৱাই থোৱা হৈছিল । ওপৰত ঘৰ নাছিল । সেইকাৰণে তাত সদায় বোকা আছিলেই, বাৰিষাৰ দিনত সেয়ে আঠুমতীয়া হৈ পৰিছিল ।"

চন্দ্ৰনাথৰ বিশেষত্বৰ প্ৰসংগত দণ্ডিনাথে লিখিছে "চন্দ্ৰনাথ একেলগে সাহিত্যিক, ৰাজনীতিক, শিক্ষা আৰু সাম্য প্ৰচাৰক । নিজে দৰিদ্ৰ হৈও সদায় দুখীয়াৰ দুখ দূৰ কৰিবলৈ যত্ন কৰিছিল ।......... বাস্তৱতে অসমীয়াৰ ভিতৰত ৰাইজৰ কামত প্ৰাণপাত' কৰিবলৈ যদি কোনোবা

সাজু আছিল, তেন্তে চন্দ্রনাথ, দহজনৰ মংগলৰ নিমিত্তে নিজৰ অমংগল মাতি আনিবলৈ যদি কোনোবা আগবাঢ়িছিল তেনেহ'লে তেওঁ চন্দ্রনাথ ।" (পৃঃ ৯৯) দণ্ডিনাথ কলিতাই চন্দ্রনাথক আখ্যা দিছিল 'কৰ্মসমষ্টি বা মূৰ্তিমান কৰ্ম' বুলি। চন্দ্রনাথৰ 'কৰ্মবীৰ' আখ্যা দণ্ডিনাথেই দিয়া।

চন্দ্রনাথৰ ইমান গুণগ্ৰাহী হৈও কিন্তু কলিতাই সমালোচনাৰ কলমডাল নিৰপেক্ষভাৱেই ধৰিছিল। চন্দ্ৰনাথৰ যে বহু কথাৰ মাজত আত্মশ্লাঘাৰ ভাব লুকাই আছিল তাকো নোকোৱাকৈ থকা নাই। "তেওঁ (চন্দ্ৰনাথে) প্ৰায়ে নিজক প্ৰসিদ্ধ মানুহৰ লগত তুলনা কৰিবলৈ ভাল পাইছিল। সাজপাৰত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, সমালোচনাত চন্দ্ৰনাথ বসু, কৰ্মজীৱনত আনন্দৰাম বৰুৱা আৰু অলপ ডাঙৰ কাম কৰাত পিট চাহাবৰ নাম ল'বলৈ তেওঁ আগ্ৰহ প্ৰকাশ কৰিছিল।" (পৃঃ ৭৫)

চন্দ্ৰনাথ শৰ্মাৰ ৰাজনৈতিক মতাদৰ্শ দণ্ডিনাথ কলিতাই কিমান দূৰ সমৰ্থন কৰিছিল স্পষ্টভাৱে উল্লেখ নাই যদিও শৰ্মাৰ কৰ্মদক্ষতা আৰু একনিষ্ঠতাক তেওঁ প্ৰশংসা কৰিছে। তেওঁ লিখিছে— "অসমত যি ৰাজনৈতিক আন্দোলনৰ সোঁত বোৱা দেখা যায়, সি ভালেই হওঁক বা বেয়াই হওক ঘাইকৈ চন্দ্ৰনাথৰ প্ৰাণান্তক পৰিশ্ৰম আৰু অক্লান্ত দেশ সেৱাৰ ফল।" (পৃঃ ৯৭)

এজন গুণমুগ্ধ বন্ধু হিচাপে চন্দ্ৰনাথৰ বহুমুখী প্ৰতিভাৰ উল্লেখ কৰি লিখিছে,—"স্বকীয়া হিচাপে ধৰিলে প্ৰত্যেকটো বিষয়তে তেওঁৰ সমনীয়া আৰু তেওঁতকৈও ডাঙৰ কৰ্মী বহুত ওলাব ; কিন্তু একেজন মানুহতে একেলগে ইমানবোৰ গুণ সচৰাচৰ অসমীয়াৰ মাজত দেখা নাযায়।" (পৃঃ ৯৮)

উনবিংশটা অধ্যায়ত জীৱনীখন শেষ কৰা হৈছে। ওপৰঞ্চিত গ্ৰন্থকাৰলৈ চন্দ্ৰনাথ শৰ্মাই লিখা খনচেৰেক পত্ৰৰ টোকা দিয়া আছে। সেইবোৰত দুয়োজনৰ মাজত কিমান অন্তৰংগতা আছিল বুজা যায়।

আৰু দুগিতে গ্ৰন্থখন 'অসমীয়া ৰাইজৰ সতৃষ্ণ দৃষ্টিৰ লক্ষ্য, জনমভূমিৰ ভৱিষ্যত আশাৰ সম্বল, উঠি অহা ডেকাসকলৰ হাতত' লিখকে



যি আন্তৰিক প্ৰীতি আৰু বিশ্বাসৰ সৈতে উছৰ্গা কৰিছে, মূল জীৱনীখনৰ প্ৰতিটো পৃষ্ঠাত সেই প্ৰীতি আৰু বিশ্বাস প্ৰস্ফুটিত হৈ উঠিছে।

শেষত সুসাহিত্যিক অধ্যাপক দুৰ্গেশ্বৰ শৰ্মাদেৱৰ ভাষাত ক'ব পাৰি "কৰ্মবীৰ চন্দ্ৰনাথ শৰ্মাৰ জীৱন চৰিত লিখি তেখেতে আন এটা মহৎ কাম কৰিছে। চন্দ্ৰনাথৰ জীৱন গভীৰ উদ্দীপনাদায়ক আৰু অনুপ্ৰেৰণাৰ উৎস।" ১৬

## গোঁহাঞিবৰুৱা

'গোঁহাঞিবৰুৱা' প্ৰাতস্মৰণীয় পদ্মনাথ গোঁহাঞিবৰুৱাৰ চুটি জীৱনী পুথি। পুথিখন প্ৰথম প্ৰকাশিত হয় ১৮৬৮ শকত (১৯৪৬ চন)।

পদ্মনাথ গোঁহাঞিবৰুৱাৰ বিয়োগত মৰ্মাহত তেজপুৰ পাৰিজাত সংঘৰ সভ্যসকলে তেওঁৰ স্মৃতিত এখনি জীৱনী প্ৰকাশ কৰিবলৈ মনস্থ কৰি সংঘৰ স্থায়ী সভাপতি দণ্ডিনাথ কলিতাদেৱক তেনে এখন পুথি লিখি দিবলৈ অনুৰোধ জনায়। তাৰ ফলশ্ৰুতিয়ে হ'ল 'গোঁহাঞিবৰুৱা'। লিখকৰ মতে "এই পুথি গোঁহাঞিবৰুৱাৰ সম্পূৰ্ণ জীৱনী নহয়, জীৱনীৰ আভাস মাত্ৰ।"

পুথিখনৰ প্ৰথম সংস্কৰণৰ ভাৰ পাৰিজাত সংঘক দিয়া হৈছিল। পুথি বিক্ৰীৰ আয়খিনিও সংঘৰ পুঁজিলৈ যাব বুলি গ্ৰন্থকাৰে পাতনিত উল্লেখ কৰিছে।

গোঁহাঞিবৰুৱা দণ্ডিনাথ কলিতাৰ শিক্ষাগুৰুও আছিল। সেয়ে পুথিখনত এজন শিষ্যৰ গুৰুজনাৰ প্ৰতি ভক্তি আৰু শ্ৰদ্ধা বিনয়ী ভাষাৰে প্ৰকাশ পাইছে। সেইবুলি অসত্যকো আঁৰ কৰা নাই।—গধূলি ফুৰিচাকি অহাৰ পিছত গোঁহাঞিবৰুৱাই সুৰাপান কৰিছিল। এই প্ৰসংগত কলিতাই লিখিছে—"সৰ্বসাধাৰণে তাৰ গমকে নাপাইছিল। ......তেখেত এই অভ্যাসৰ বশ হ'লেও তাৰপৰা তেখেতৰ বা আনৰ

(১৬) জীৱনী চয়ন, পৃঃ ৬৯

একো ক্ষতি হোৱা নাছিল।" (পৃঃ ৩২)

আৰু এঠাইত লিখিছে— "গোঁহাঞিবৰুৱা বৰ জেদী আছিল। ...... এনেকুৱা জেদত লাগিলে কাৰ্যসিদ্ধিৰ নিমিত্তে তেখেতে প্ৰাণটাকি যুঁজিছিল, আনকি প্ৰয়োজন দেখিলে নিজৰ নীতি আৰু কথা লবাবলৈ কুণ্ঠিত নহৈছিল।" (পৃঃ ৩৩)

'গোঁহাঞিবৰুৱা' ক্ষুদ্ৰ কলেবৰৰ হ'লেও তাত বৰেণ্য পুৰুষজনাৰ বহুমুখী প্ৰতিভা প্ৰকাশ পাইছে।

অকালতে মৃত্যুবৰণ কৰা প্ৰথম পুত্ৰ হিৰণ্যৰঞ্জন কলিতাৰ শোকত লিখা 'হিৰণ্যৰঞ্জন' কলিতাদেৱৰ অন্য এখন সৰু জীৱনী পুথি।

জীৱনী লিখা কঠিন কাম। সত্যৰ অপলাপ হোৱাৰ পদে পদে সম্ভাৱনা। তাতে যদি লিখিবলৈ লোৱা লোকজন নিকটতম চেনেহৰ বা শ্ৰদ্ধাৰ হয়, তেতিয়া হ'লে আৱেগৰ বহণ পৰাৰ ভয় আৰু অধিক। জীৱনী লিখাৰ ক্ষেত্ৰত দেখা যায়, কলিতাদেৱে আৱেগতকৈ যুক্তি আৰু সত্যক আগস্থান দি সুসংযতভাৱে কলম ধৰি গৈছে। আৰু অতি আন্তৰিকতাৰে নিজে দেখা, শুনা আৰু বুজা কথাবোৰ প্ৰাঞ্জল ভাষাত লিপিবদ্ধ কৰিছে।

# সংস্কৃত সাহিত্যৰ অসমীয়া মৌ-কোঁহ

## সংস্কৃত নাটকৰ সাধু

লেম্ব চাহাবে চেক্সপীয়েৰৰ নাটকসমূহ সাধুকথাৰ আকাৰে লিখি উলিওৱাৰ দৰে কলিতায়ো কালিদাস, ভৱভূতি, শূদ্ৰক, বিশাখ দত্ত আদি অমৰ গ্ৰন্থকাৰৰ কেবাখনো সংস্কৃত নাটকৰ কাহিনীভাগ সৰ্বসাধাৰণে বুজিব পৰাকৈ অসমীয়া ভাষালৈ ৰূপান্তৰ কৰি গৈছে। অসমীয়া সাহিত্যৰ ভঁৰাললৈ এইটো তেওঁৰ মহৎ অৱদান।

এনে মহৎ কামৰ গুৰিতে আছিল ভাষাতত্ববিদ ড' বাণীকান্ত কাকতিদেৱৰ অনুপ্ৰেৰণা। তেজপুৰৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ শতবাৰ্ষিকী স্মৃতিগ্ৰন্থত শ্ৰীনলিনী কুমাৰ শৰ্মাই লিখিছে—"কলিতাদেৱৰ সহপাঠি ভাষাতত্ববিদ বাণী কান্ত কাকতিদেৱৰ অনুৰোধ ক্ৰমে তেখেতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ ছাত্ৰ-ছাত্ৰীসকলৰ কাৰণে শূদ্ৰকৰ মূল সংস্কৃত নাটক 'মৃচ্ছকটিকা'ৰ কাহিনী অসমীয়ালৈ অনুবাদ কৰি উলিয়ায়।

'সংস্কৃত নাটকৰ সাধু' দুই খণ্ডত সংকলন কৰা। প্ৰথম খণ্ডত আছে—শূদ্ৰকৰ 'মৃচ্ছকটিকা', কালিদাসৰ 'বিক্ৰমোৰ্বশী', 'শকুন্তলা', 'মালৱিকাগ্নিমিত্ৰ', ভৱভূতিৰ 'মালতী মাধৱ', 'মহাবীৰ চৰিত', 'উত্তৰ ৰামচৰিত'। দ্বিতীয় খণ্ডত আছে— ভাসৰ 'স্বপ্নবাসৱদত্তা', 'বিশাখদত্তৰ 'মুদ্ৰাৰাক্ষস,' শ্ৰীহৰ্ষৰ 'ৰত্নাৱলী', 'প্ৰিয়দৰ্শিকা,' 'নাগানন্দ'। দুয়োটা খণ্ডই মৰণোত্তৰ প্ৰকাশ।

## সতী-কাহিনী

দণ্ডিনাথ কলিতাৰ প্ৰাচীন সাহিত্যৰ সতী, সাৱিত্ৰী, সীতা, দময়ন্তী, শকুন্তলা আৰু শৈব্যা উপাখ্যানৰ অৱলম্বন লিখা 'সতী-কাহিনী' এখন উপাদেয় পুথি। ইয়াৰ বিষয়বস্তু যেনে মনোৰম, ভাষাও তেনে সাৱলীল।

## অকণৰ ৰামায়ণ

'অকণৰ ৰামায়ণ' এখন শিশু উপযোগীকৈ লিখা পুথি। পুথিখনত ৰাম-সীতাৰ কাহিনী সহজ-সৰল ভাষাত বৰ্ণোৱা হৈছে।

# পাঠ্য-পুথি

এগৰাকী কৃতী শিক্ষক হিচাপে শিক্ষালব্ধ অভিজ্ঞতাৰে দণ্ডিনাথ কলিতাই কেবাখনো পাঠ্যপুথি প্ৰণয়ন কৰি পাঠদানৰ ক্ষেত্ৰত বহু-মূলীয়া বৰঙণি আগবঢ়াই গৈছে।

## প্ৰদীপ

সেই সময়ৰ স্কুল পৰিদৰ্শক দুৰ্গাধৰ বৰকটকীদেৱৰ পৰামৰ্শক্ৰমে তেওঁ ১৯১৮ চনত পাঠ্যপুথি 'প্ৰদীপ' প্ৰণয়ন কৰি উলিয়ায়। পুথিবছা কমিটিয়ে পুথিখন প্ৰথমে সপ্তম, পিছত ষষ্ঠ-সপ্তম আৰু শেষত সপ্তম শ্ৰেণীৰ বাবে মনোনীত কৰে। পুথিখনৰ প্ৰথম সংস্কৰণত থকা সকলো গদ্য-পদ্য কলিতাদেৱৰ নিজৰ ৰচনা আছিল। পৰৱৰ্তী সংস্কৰণত আনৰ ৰচনাও অন্তৰ্ভুক্ত কৰে। ষষ্ঠ দশক পৰ্যন্ত 'প্ৰদীপ' অসমৰ স্কুলবোৰত চলিছিল।

## সাহিত্য মুক্তাৱলী

কলিতাদেৱৰ আন এখন পাঠ্যপুথি হ'ল সাহিত্য-মুক্তাৱলী। এইখনো প্ৰথমে সপ্তম শ্ৰেণীত চলিছিল। ১৯৩৪ চনত অসম উপত্যকাৰ স্কুল পৰিদৰ্শক শৰৎচন্দ্ৰ গোস্বামীদেৱৰ অনুৰোধক্ৰমে তেওঁ অষ্টম শ্ৰেণীৰ উপযোগীকৈ পুনৰ সম্পাদনা কৰি উলিয়ায়। এইখনৰো অধিক সংখ্যক প্ৰবন্ধ আৰু কবিতা তেওঁ নিজে ৰচনা কৰা।

নিজৰে হওঁক বা আনৰে হওক, প্ৰতিটো লিখা তেওঁ ভাবি গুণি নিৰ্বাচন কৰিছিল। সেয়ে ছাত্ৰ-শিক্ষক উভয়ৰেই সমাদৰ পাইছিল।

## সংস্কৃত পাঠ্যপুথি

সেইসময়ত ছাত্ৰ-ছাত্ৰীৰ বাবে অসমীয়া ভাষাত তৰ্জমা থকা সংস্কৃত ব্যাকৰণৰ বৰ অভাৱ আছিল। এই অভাৱ পূৰাবলৈ তেওঁ



'সংস্কৃত ব্যাকৰণাদৰ্শঃ' নামৰ ব্যাকৰণ পুথি এখন লিখি প্ৰকাশ কৰে। অকল সেয়ে নহয়, 'Anglo Sanskrit Word Book' এখনো তেওঁ ৰচনা কৰে।

কলিতাদেৱৰ হেনো শিক্ষাবিদ বসন্ত কুমাৰ বৰুৱাৰ সৈতে 'Anglo Assamese Composition' নামৰ পুথি এখনো যুগুতাই উলিয়াইছিল।[১৭]

আচলতে স্কুলীয়া পুথিকেইখন তেওঁ প্ৰয়োজনৰ তাগিদাত, অৰ্থাৎ প্ৰয়োজন পূৰাবলৈ লিখিছিল; আৰু তেওঁ আশা কৰা অনুযায়ী প্ৰয়োজন পূৰণত সহায়ো হৈছিল।

(১৭) তেজপুৰ চৰকাৰী উঃ মাঃ বিদ্যালয়ৰ শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ, পৃঃ ১০৫

# সামৰণি

মান ভগনত পলাই অহা এটি নিঃকিন কৃষক পৰিয়ালত দণ্ডিনাথ কলিতাৰ জন্ম। ঘৰত নাছিল কোনো শিক্ষাৰ পৰিবেশ। কিন্তু নিজ পুৰুষাৰ্থৰ বলত আৰু শিক্ষাগুৰুসকলৰ আশীৰ্বাদত দণ্ডিনাথ এদিন সন্মানৰ শিখৰত আৰোহণ কৰিবলৈ সমৰ্থ হ'ল।

আৰম্ভণিৰেপৰা শেষলৈকে তেওঁৰ মেধা দেখি শিক্ষকসকলে প্ৰশংসা কৰিছিল। প্ৰাইমাৰী, ছাত্ৰবৃত্তি আৰু প্ৰবেশিকাত তেওঁ প্ৰতিযোগিতা-মূলক বৃত্তি পাইছিল। বৃত্তি নাপালে নিশ্চয় তেওৰ পঢ়াৰ সিমানতে ইতি পৰিলহেঁতেন। দুৰ্ভাগ্য বশতঃ বি, এ, পৰীক্ষা সম্পূৰ্ণ কৰিব নোৱাৰিলে। তথাপি অনাৰ্চ হিচাপে লিখা সংস্কৃত প্ৰশ্ন কাকতত কলিকতা বিশ্ববিদ্যালয়ৰ ভিতৰতে দ্বিতীয় স্থান লাভ কৰিছিল।

এজন কৃতী শিক্ষক হিচাপে আজিও কলিতাদেৱৰ খ্যাতি আছে। স্কুল পৰিদৰ্শকসকলে তেওঁৰ শিক্ষাদান পদ্ধতিক ভূয়সী প্ৰশংসা কৰি গৈছে। তেওঁ হেনো কোন দিনাখন কোন শ্ৰেণীত কি পাঠ পঢ়ুৱাব নিজাকৈ আগধৰি এখন পাঠ্য-আঁচনি যুগুতাই লৈছিল।

তেওঁ নিজকে সমাজৰ প্ৰতি দায়বদ্ধ বুলি ধৰি লৈছিল, আৰু ছাত্ৰাৱস্থাৰপৰাই সমাজ সংগঠনৰ কামত লাগিছিল। পঢ়াৰ অন্তত সমাজৰ কামত জীৱনটো অতিবাহিত কৰিবলৈ এটা আগ্ৰহ পুহি ৰাখিছিল; কিন্তু ঘৰুৱা অৱস্থাৰ তাড়নাত চাকৰিৰ ডʼৰিয়লিত মূৰ সুমুৱাব লগাত পৰিল। তাৰ ভিতৰেদি তেওঁ কেবাটাও ৰাজহুৱা অনুষ্ঠান-প্ৰতিষ্ঠানৰ সৈতে জড়িত হৈ থাকিল। সমাজ-সেৱাত সৰ্বশক্তি নিয়োগ কৰিব নোৱাৰিলেও লিখনীৰ জৰিয়তে তেওঁ সমাজ-সংগঠনৰ আদৰ্শ ৰাখি গৈছে। 'সাধনা' উপন্যাসৰ দীনবন্ধু আৰু 'আৱিষ্কাৰ' উপন্যাসৰ মাধৱ তেওঁৰ মানস-পুত্ৰ। দুয়োটা চৰিত্ৰৰ ভিতৰেদি প্ৰকৃত দণ্ডিনাথ মানুহজন ব্যক্ত হৈ উঠিছে। উপন্যাস, নাটক, গল্প, ব্যংগকাহিনী, ব্যংগ



কবিতা আদিৰ চৰিত্ৰবোৰ তেওঁৰ সংস্কাৰশীল সাহসী মনৰে অভিব্যক্তি।

ব্যংগ বিদ্ৰূপাত্মক ৰচনাৰ ক্ষেত্ৰত তেওঁৰ আক্ৰমণ বেজবৰুৱাতকৈ তীব্ৰ আছিল যদিও, সেই আক্ৰমণ নিৰ্দিষ্ট কোনো ব্যক্তি বিশেষৰ প্ৰতি নাছিল। নিজে সংস্কৃত আৰু ইংৰাজী শিক্ষাত শিক্ষিত হোৱা হেতুকে প্ৰাচীন আৰু অৰ্বাচীনৰ মাজত এক বিজ্ঞানসন্মত প্ৰগতিশীল সেঁতু নিৰ্মাণৰ প্ৰয়াসী আছিল। শাস্ত্ৰ-সদাচাৰক তেওঁ যুক্তিৰে গ্ৰহণ কৰিবলৈ বিচাৰিছিল। এইক্ষেত্ৰত কোনো অন্যায়ৰ লগত তেওঁ আপোচ কৰা নাছিল।

তেওঁ বেয়াজনক একে আষাৰতে বেয়া বুবুলিছিল। বেয়াবো যে এটা ভাল দিশ থাকিব পাৰে, সেই কথাটো চালিজাৰি উলিওৱাৰ ক্ষেত্ৰত কলিতাৰ যি বৈশিষ্ট্য সেই বৈশিষ্ট্য আন লোকৰ ক্ষেত্ৰত সতকাই পোৱা টান।

তেতিয়াৰ সাহিত্যসেৱীসকলৰ মূল লক্ষ্য আছিল অসমীয়া সাহিত্যৰ ভঁৰালটো যি কোনো প্ৰকাৰে নিকপ্‌কপীয়া কৰি তোলা। সেই উদ্দেশ্যে কলম হাতত লোৱাসকলৰ ভিতৰত দণ্ডিনাথ কলিতাও এজন। অসমীয়া ভাষা-সাহিত্যলৈ তেওঁ যি অশাগুধীয়া বৰঙণি আগবঢ়াই গʼল তাৰ মূল্য অপৰিসীম।

জীৱনত কলিতাদেৱে কেবাটাও সংঘাতৰ সন্মুখীন হৈছিল; আৰু অবিচলিতভাৱে প্ৰতিটো অতিক্ৰম কৰি গৈছিল। বস্তুতে তেওঁক স্থিতপ্ৰজ্ঞ পুৰুষ আখ্যাও দিয়ে। তেওঁৰ কি ঘৰুৱা জীৱন, কি শৈক্ষিক জীৱন, কি সাহিত্যিক জীৱন সকলোতে পুৰুষাকাৰ আৰু প্ৰয়াস দুয়োটাৰ সম্বন্ধ দেখা যায়।

কলিতা আছিল বহুমুখী প্ৰতিভাসম্পন্ন পুৰুষ। নিবেদিত অৰিহণাৰ তুলনাত তেওঁ আছিল অধিক মহৎ সম্পদৰ অধিকাৰী। মহাকালে হৰি নিনিয়াহেঁতেন তেওঁৰপৰা অসমীয়া জাতিয়ে আৰু বেছি সম্পদ আশা কৰিব পাৰিলেহেঁতেন। কবিৰ ভাষাৰে পৰিযেশত এইখিনিকে কওঁ—

'তোমাৰ কীৰ্তিতকৈ তুমি যে মহৎ।'



# "সহায়ক গ্ৰন্থপঞ্জী"


ত্ৰৈলোক্যনাথ গোস্বামী ...আধুনিক গল্প-সাহিত্য, ১ম সংস্কৰণ

ড° শৈলেন ভঁৰালী .. অসমীয়া ঐতিহাসিক উপন্যাস, ২য় সংস্কৰণ

ঐ ...আধুনিক অসমীয়া সাহিত্য: দুটি তৰংগ, ১ম সংস্কৰণ

ড° সত্যেন্দ্ৰ নাথ শৰ্মা .. অসমীয়া উপন্যাসৰ ভূমিকা, ৩য় সংস্কৰণ

ঐ ...অসমীয়া নাট্য-সাহিত্য, ১ম সংস্কৰণ

ড° হৰিনাথ ভট্টাচাৰ্য ...অসমীয়া নাট্য-সাহিত্যৰ জিলিঙনি, ১ম সংস্কৰণ

ড° মহেশ্বৰ নেওগ অসমীয়া সাহিত্যৰ ৰূপৰেখা, ৪ৰ্থ সংস্কৰণ

দীনেশ্বৰ ভট্টাচাৰ্য .. অসমীয়া কাব্য-সাহিত্য আৰু জাতীয় জীৱনত প্ৰগতিবাদী চিন্তা (১মখণ্ড), ২য় সংস্কৰণ

ঐ ঐ (২য় খণ্ড), ১ম সংস্কৰণ

দুৰ্গেশ্বৰ শৰ্মা .. জীৱনী-চয়ন, ১ম সংস্কৰণ

প্ৰসন্ন কুমাৰ ডেকা ...দণ্ডিনাথ কলিতাৰ সাহিত্য সম্পৰ্কীয় 'প্ৰকাশ' আৰু 'নতুন দৈনিক'ত প্ৰকাশিত প্ৰবন্ধ

অসম সাহিত্য সভা ... বিংশ শতাব্দীৰ অসমীয়া সাহিত্য, ২য় সংস্কৰণ

দীপ্তি প্ৰকাশ, তেজপুৰ ... দণ্ডিনাথ কলিতা (চমু জীৱনী), ১ম সংস্কৰণ

তেজপুৰ চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয় ... শতবাৰ্ষিকী স্মৃতিগ্ৰন্থ (১৯৮৮)

